# দেশৰ মাটি

(সামাজিক নাটক)

শ্ৰী মেদিনী কান্ত ঠাকুৰীয়া।
মাজিৰ গাওঁ
পলাশবাৰী—কামৰূপ
অসম।

পৰিবেশক :—
মাজিৰ গাওঁ "লখিমী ভঁৰাল"।
পলাশবাৰী—কামৰূপ

 [বেচ ১॥০ ডেৰ টকা

প্ৰকাশক :—শ্ৰীদুৰ্গেশ্বৰ ঠাকুৰীয়া
লিখিপুথি ভঁৰাল
মাজিৰ গাওঁ, পলাশবাৰী
কামৰূপ অসম ।

প্ৰথম মুদ্ৰণ
১ চেপ্তেম্বৰ, ১৯৫৪ চন

বৰত্তী আৰ্ট প্ৰেছ, গুৱাহাটীত
শ্ৰীগুৰেশ্বৰ বৰাৰ দ্বাৰা মুদ্ৰিত ।

# দেশৰ মাটি

— চৰিত্ৰ —

## পুৰুষ

বলীমহাজন ( মহাজন ), সনাতন ( দুখীয়া খেতিয়ক ), বীৰেন, ধীৰেন ( সনাতনৰ লৰা ), আলিচাহেব, ভদ্ৰ, দণ্ডেশ্বৰ, মহেশ ( ন্যায়প্ৰচাৰিণী সভাৰ সভ্য ), মতি মহৰী ( বলীৰ পুৰণি চাকৰ ), পনিয়া ( এজন চোৰ ), ধীৰসিং ( ধীৰেনে ডকাইত চৰদাৰ হোৱাত নাম বদলাই-লয় ), মোহনসিং, আগাসউদ্দিন, চন্দ্ৰসেন, শৰ্মা ( ডকাইত ), অমৰ (কানী ব্যৱসায়ী ), এচ, পি দাৰোগা, গোবিন্দ ( কুলী ), বংশীমেধ ( মহাজন ), লালবাহাদুৰ তেৱাৰী ( চিপাহী ) চিভিলচাৰ্জন, ডাক্তৰ, নাচ, মন্ত্ৰী, বিষয়া সকল, ৰাঘৱ বৰুৱা ( জমিদাৰ ), গাওঁবুঢ়া, পিয়দা মানুহবোৰ, চিপাহীবোৰ, ডকাইতবোৰ বাইজ ইত্যাদি।

## — তিৰোতা —

আৰতি—সনাতনৰ কন্যা।

সাৰদী—বলী মহাজনৰ কন্যা।

গোলাপী—সমাজ পতিতা।

নাচনীহঁত ইত্যাদি।

বিঃ দ্ৰঃ— দলৰ বয়স অনুসাৰে আৰতি, বীৰেন আৰু ধীৰেনক দেখুৱাব।

# ভূমিকা

অসমীয়া নাট্য সাহিত্যত এতিয়াও বহু পিছ পৰা অৱস্থাতে আছে। বিশেষকৈ সামাজিক নাটকৰ অভাৱ বৰ বেছি। কেইখনমান ওলাইছে যদিও আঙুলিৰ পাৰতে গণি উলিয়াব পৰাতে আছে। কেইজনমান বন্ধুৱে সামাজিক নাটক লিখিবলৈ উদগণি দিয়াত "দেশৰ মাটি" লিখি উলিয়াওঁ। ইয়াত কেইটিমান আদর্শহে দাঙি ধৰি দেখুৱাবৰ চেষ্টা কৰিছোঁ—ফলৱতীৰ কামনা ৰাইজৰ ওপৰতেই নির্ভৰ কৰিছে।

কিতাপখন হাতে লিখা অৱস্থাতে পলাশবাৰী হাইস্কুলৰ শিক্ষক শ্ৰীধনদেৱ গোস্বামীয়ে এবাৰ চকু ফুৰাই দিয়ে। প্ৰেছলৈ পঠোৱা নকলটিৰ কিছু অংশ সদিলাপুৰ স্কুলৰ শিক্ষক শ্ৰীকামেশ্বৰ দাসে লিখি দি লিখকক উৎসাহিত কৰে। বেটুপাতত দিয়া ছবিখন পলাশবাৰীৰ উদীয়মান শিল্পী শ্ৰীনাৰায়ণ চন্দ্ৰ দাসে আঁকি দিয়াত আমি ইমানতেই আটাই কেইগৰাকীলৈকে কৃতজ্ঞতা জনালোঁ।

কিতাপখন লৰালৰিকৈ প্ৰকাশ হৈ ওলোৱাত মাজে মাজে ছপাৰ ভুলো থাকি গ'ল। শুধৰণী দিয়া নহল পাঠক পাঠিকাই পঢ়ি যাওঁতেই শুদ্ধ কৰি পঢ়িব পাৰিব। দ্বিতীয় তাঙৰণত ইয়াৰ সকলো ভুল বাছি শুধৰাবলৈ চেষ্টা কৰিম।

অৱশেষত জনাওঁ যে লিখকৰ দেশৰ মাটিয়ে পঢ়ুৱৈ আৰু অভিনেতা সকলৰ পৰা সমাদৰ লাভ কৰিব পাৰিলে, তেহে লিখকৰ শ্ৰম সাৰ্থক হব। ইতি—

মাজিৰ গাওঁ, পলাশবাৰী<br>
সোমবাৰ ১৩ ভাদ ১৮৭৬ শক

ৰাইজৰ সেৱক—<br>
গ্ৰন্থকাৰ

# দেশৰ মাটি



## প্ৰথম অঙ্ক

### প্ৰথম দৃশ্য

সনাতনৰ ঘৰ ।

[ সময় ধলপুৱা, দূৰৈত বনৰীয়া কুকুৰা চৰাইবোৰে ডাক দিব ধৰিছে, খেতিয়কসকলে হাল কোৰ লৈ গৰু, ম'হ খেদি লৈ মাটি চহাব ধৰা দেখা যায় । কীৰ্ত্তন ঘৰৰ ওচৰত কোনো সন্ত-সাধুলোকে "উঠৰে উঠ বাপু নিশি প্ৰভাত ভৈলা" পুৰণী গীতটি গাই থকা শুনা যায় । এজন চৰকাৰী পিয়দা, গাঁওবুঢ়া সহ বণী মহাজন আৰু তেওঁৰ দলৰ প্ৰবেশ ]

বণী মহাজন—এইটোৱেই সনাতনৰ ঘৰ । মহৰী ! ডাক জগোৱা ।

মতি মহৰী—( দুৱাৰত ঠুঁকুৰিয়াই ) হেৰা সনাতন ! সাৰ পাইছা নে নাই—উঠক—উঠক ৰাতিপুৱাইছে ।

সনাতন—( ভিতৰৰপৰা ) কোন—কোন ?

( চকু-মুখ মোহাৰি ওলাই আহে )

পিয়দা—আপোনাৰ ঘৰ-ক্ৰোকী আহিছে । আপোনাৰ ঘৰ ক্ৰোক কৰিম এতিয়া ! ঘৰৰ ভিতৰত কোন কোন আছে—ওলাই আহিবলৈ কওক ।

সনাতন—( হুমুনিয়াহ কাঢ়ি ) কোনমো থাকিব ? লৰা-ছোৱালী কেইটি শুই আছে। সিইঁতৰ মাক ঢুকাবৰ আজি ছমাহেই হ'ল। তাবে শোক পাহৰিব পৰা নাই। তাৰোপৰি এইবিলাক জ্বালা-যন্ত্ৰণা কি দৰে সহ্য কৰি জীয়াই থাকোঁ। দুখীয়াৰ দুখ কোনো দিনে পাৰ নহয় নে কি—ভগৱান! আমাৰ প্ৰতি ইমান কুপিত হৈছে নে—কিয় আমাক এই সংসাৰখন দেখুৱাই জীয়াই ৰাখি আছে—ভাবিয়ে ওৰ নেপাওঁ। মহাজন! মোৰ সকলো সম্পত্তি নিয়ো হুতাশ পলোৱা নাইনে—আকৌ ঘৰ ক্ৰোক কৰিবলৈ আহিছা ?

মতি মহৰী—বাজে কথাবোৰ এৰি দিয়া। তোমাৰ কিবা দুখ হৈছে ভগৱানৰ লগত সংগ্ৰাম কৰিবা—দৰকাৰ হলে তোমাৰ সৈন্য আমি হম। এতিয়া আমাক আমনি নিদিবা। লৰা-ছোৱালীক বাহিৰ কৰি আনা।

সনাতন—হেৰি মহাজন বাবু! আজিৰ নিমিত্তে মোক ক্ষমা কৰক—আৰু ছমাহ সময় দিয়ক। মই আপোনাৰ লেঠা পৰিশোধ কৰি থৈ আহিম গৈ। ভাবি চাব আপুনি মোক কাৰচাজি কৰি ইমান লটি-ঘটি কৰিছে। ঈশ্বৰ বোলা বস্তু এটা আছে। আপুনি সুপথলৈ নাহিলে পৰিণাম ভীষণ হব।

বণী মহাজন—পিয়দা! মেলা-মেলি কৰি থাকিলে কি হব। ঘৰৰ ভিতৰত সোমাই যি আছে সকলো বাহিৰ কৰি

উলিয়াই আনা। ছমাহৰ সময় খুজিছে—ছমাহৰ পিছত জমিদাৰ হব নহয়·?

সনাতন—আপুনি মোক উপহাস কৰিছে সঁচা, সকলোৰে দিন সমানে নেযায়। পিয়দা বাবু! আপুনি চৰকাৰী মানুহ যেতিয়া—আপোনাৰ কাম আৰম্ভ কৰক। অ'—আৰতি! অ'—ধীৰেন—তহঁতে এতিয়াও সাৰ পোৱা নাই নে? ধীৰেনক লৈ ওলাই—আহ ওলাই আহ—বাচাইঁত!

( কান্দে, পিয়দা ঘৰৰ ভিতৰ সোমাই যায়—সৰা-ছোৱালীকেইজন আহি পিতাকৰ কাষত থিয় হয়হি। )

আটাইকেইজন—পিতা—পিতা! আপুনি কান্দিছে কিয়—কওক পিতা—আপোনাৰ কি হৈছে?

সনাতন—কি হব বাচাইঁত! মোৰ মূৰত আকাশী স্বৰগ খহি পৰিব ধৰিছে। পিতাৰ ধাৰত মহাজনে মোৰ ঘৰ ক্ৰোক কৰিবলৈ আহিছে।

আৰতি—আপোনালোক ক'ৰ মানুহ! পিতাক কিয় ইমান কন্দুৱাইছে? আপোনালোক—ভাল মানুহ নহয়—গুচি যাওক।

( হাতত কেইখনমান বাচন লৈ পিয়দা ওলাই আহে। )

পিয়দা—ঘৰত কোনো সম্পত্তিয়ে নাই মহাজন বাবু!

মহাজন—একো নাই? গোহালিত গৰু-গাই কিবা আছেনে—নাই চোৱা।

সনাতন—মহাজন বাবু ! গৰু-গাই চাব নেলাগে এটি পোখাই নাই ; ঘোৰাবেলিয়ে—আটাইকেইটি বসন্ত ৰোগত মৰি নাইকিয়া হৈ গোহালি উদং হৈ আছে ।

মহাজন—মিছা কথা কব ধৰিছ । গৰু মঁহ কৰবাত লুকুৱাই থৈ নাই বুলি কৈছ । বদমাইছ । সেইদিনাখন ক্লোক হালবাই থকা দেখা নাছিলোঁ নে ?

সনাতন—আপুনি এজন ভদ্ৰলোক—মুখত লাগাম বান্ধি কথা কব । মই হব পাৰোঁ দুখীয়া—হব পাৰোঁ আপোনাৰ ধৰুৱা—কিন্তু সন্মানৰ ধৰুৱা নহয় । সেইদিনাখন দেখা গৰুহালি মোৰ নহয়—গাঁৱৰ এঘৰ মানুহৰ । মই মৰকীয়া বন্দবস্তত হাল বাইছোঁ ।

মহাজন—পিযদা ! ঘৰৰ টিন সোলোকোৱা—ঘৰ ভাঙি দিয়া ! আজি এনেয়ে নগৈছোঁ ।

পিয়দা—মহাজন ! মই চৰকাৰী মানুহ—আইন মতেহে কাম কৰিম । মোৰ যি কৰ্ত্তব্য আছিল তাক সমাপণ কৰিছোঁ । মই এতিয়া যাওঁ আপুনি যি কৰে—কৰি থাকক । গাওঁবুঢা ! আপুনি যাব নে ?

গাওঁবুঢা—এৰা, যোৱাই ভাল । নহলে কথা বেয়া হব যেন পাওঁ ।

( দুয়োৰো প্ৰস্থান )

মহাজন—যোৱা তোমালোকৰ মতলব বুজিছোঁ । টকা নহলে কাম কৰিব নোৱাৰা । কেৱল—টকা লাগে । মই কিবা

টকাৰ গছ নে কি ? পিয়দাৰ কথা দূৰতে থাকক—এই সাধাৰণ গাঁৱৰ গাওঁবুঢ়াজনকো টকা লাগে। বেল্লা—মনিয়া তহঁতে কি চাই আছ। ঘৰৰ টিনপাট উঠাই দে।

বেল্লা—মহাজন! আপুনি আমাক আনিছে যেতিয়া—যি হুকুম দিয়ে তাকে পালন কৰিম। আহ মনিয়া।

( সোমাই যায় )

সনাতন—উহঃ—বাচাইঁত! তহঁতৰ মূৰৰ পজাঁটিও ৰাখিব নোৱাৰিলোঁ। মহাজন! আপোনাৰ চৰণত ধৰিছোঁ। মূৰৰ পঁজাটি এৰি—যাওক মোৰ মুখ চাই এৰিব নেলাগে—বাচাইঁতৰ মুখ চাই এৰি যাওক। বাচাইঁতে কি প্ৰকাৰে কান্দি চকুলো টুকিব ধৰিছে—আপোনাৰ মৰম নেলাগে নে ?

আৰতি—( ভৰিত ধৰি ) মহাজন বাবু! আপোনাৰ চৰণত ধৰিছোঁ—আমাৰ মূৰৰ পঁজাটি এৰি যাওক। আপুনি আমাৰ পঁজাটি ভাঙি নিলে এই সৰু ভাই হুজনৰ সৈতে আমি ক'ত থাকিম। ঘৰটিৰ টিন-পাট কেইখন নেথাকিলে আমি ইমানদিনে বৰষুণতে তিতি-বুৰি থাকিলোঁহেঁতেন। দয়া কৰক—মোৰ—মুখৰ পিনে চাওক— ভাই হুজনৰ মুখৰ পিনে চাওক।

বীৰেন—মোৰো মুখৰ পিনে চাওক।

( সেৱা কৰে )

ধীৰেন—মই কাৰো পিনে নেচাওঁ। পিতা! মই কাকো ঘৰ ভাঙিব নিদিম—আমাৰ ঘৰ। তইঁত ক'ৰ মানুহ গুচি যা—কিয় আমাৰ ঘৰলৈ আহিছ?

আৰতি—ধীৰেন! তই বৰ উদ্ধত হৈছ। তেনেকৈ কথা কব নেপাই নহয়।

(ভিতৰত ঘৰ ভঙা শব্দ হয়।)

সনাতন—হেৰি! নেভাঙিব—ঘৰটি নষ্ট কৰি নেপেলাব। মহাজন! ঘৰ নেভাঙিব। মই আপোনাৰ টকাৰ হৈ চাকৰ থাকিম, তথাপি ঘৰ নেভাঙিব।

আৰতি—(ভৰিত ধৰি) মহাজন বাবু! আপোনাৰ চৰণত ধৰিছোঁ—ঘৰটি নেভাঙি এৰি যাওক।

মহাজন—মই তইঁতৰ করুণ বিননি শুনিবলৈ অহা নাই। বাৰে বাৰে মোক জুলুমখন নকৰিবি। সোনকালে তইঁত ইয়াৰপৰা আঁতৰ হ।

(ভৰিৰে লাথি-মাৰি দিয়ে।)

আৰতি—(চিঞৰি) উহঃ পিতা! মৰিলোঁ।

সনাতন—আক স্থিৰেৰে থাকিব নোৱাৰোঁ। সহ্যৰ সীমা কেতিয়াবাই পাৰ হৈ গৈছে। ধনীৰ অত্যাচাৰত জীয়াই থকাত কৈ মৃত্যুক আলিঙ্গন কৰাই ভাল। জগতৰপৰা দুখীয়াৰ নাম বিলুপ্ত হৈ যাওক। হেৰ নির্দ্দয় পিশাচ! কিমান অত্যাচাৰ কৰ মোৰ ওপৰত কৰ—খবৰ্দ্দাৰ! মোৰ লৰা-ছোৱালীৰ ওপৰত অত্যাচাৰ কৰিলে সন্মান নেথাকিব।

মহাজন—ধকবাবে ইমান গৰম কথা—তেনেহলে।

( বেতেৰে কোবাবলৈ ধৰে। )

সনাতন—উহঃ ভগৱান। দুখীয়াৰ ওপৰত ধনীৰ অত্যাচাৰ চাই যোৱাহি।

আৰতি
বীৰেন —পিতা। পিতা। ( সাৱটি ধৰে ) নেমাৰিব—
ধীৰেন নেমাৰিব মহাজন বাবু।

মহাজন—নেমাৰিম। তহঁতকো শুদাই নেৰিছোঁ। কোনে ধৰি ৰাখে তহঁতক।

( আটাইঁ কেইজনকে কোবাবলৈ ধৰে—আনফালৰ পৰা কেইজনমান ডেকা সোমাই আহে। )

ভদ্র—গোৰ মহাজন। ইমান অত্যাচাৰ কিহৰ—ভদ্রলোক হিচাবে বহি থাকক। আপুনি ভাবিছে ইয়াত মানুহ নাই। আপোনাৰ সেই ভুল দূৰ হৈ যাব এতিয়াই।

মহৰী—তহঁতৰ ভয়তে আমি ঘৰ ক্রোক কৰিবলৈ আহি পলাই যাব লাগিল এতিয়া। আমাৰ মহাজনক তহঁতে এলা-পেচা মানুহ বুলি ভাবিছ হবলা।

ভদ্র - ভোৰ মহাজনক আমি ভাল দৰে চিনা আছে। দুখীয়াক ছল-চক্রান্ত কৰি মহাজন হৈছে বাপেকৰ অন্যায়ৰ ধনৰ ওপৰত। তহঁতে ঘৰ ক্রোক কৰিব আহিছ, ক্রোক কৰিব পাৰ; মাৰ-ধৰ আকৌ কিহৰ। ঘৰে বা তহঁতে কি আইনৰ বলত ভাঙিবলৈ ওলাইছ।

সনাতন দাদাক হোজা যেন দেখিছু। যি কৰিছু—কৰিছু—শুচি যা। চৰকাৰী পিয়দা জনৰ পৰাই সকলো কাহিনী শুনিছোঁ।

মহাজন—হেৰ গুণ্ডাহঁত। মোৰ সৈতে কেৰ মাৰিব আহিছ নে কি—মোৰ কাম মই কৰি যাম। তহঁতক ইয়ালৈ কোনে মাতিছে আৰু ইহঁতেই বা আমাক গালি-শপনি দিবৰ কি অধিকাৰ আছে।

আৰতি—মহাজন! আপোনাৰ জিভা সুলকি পৰিব। ইমান মিছা কথাৰ যোঁজনা লগাইছে কিয়?

মহাজন—বেটীৰ মুখ কম চোকা নহয়! হেৰ বেল্লা! তহঁতে দেখো চাইহে থাকিলি—ঘৰ ভাঙি দে। কেইজন মান উকীল আহিছে কি কৰে দেখা যাওক। মহৰী! তই পুলিচক খবৰ দে গৈ—এই গুণ্ডাহঁতে আমাৰ কামত হকা-বধা দিয়া বুলি। বেটাহঁতক ধৰি-বান্ধি নিনিলে সাৰন নাই। ( ভিতৰত মাৰধৰৰ শব্দ হয়। ) হেই গুণ্ডাহঁত! নিৰপৰাধী মানুহ কেইজনক কিয় অত্যাচাৰ কৰিব ধৰিলি। সকলোৰে মূল ইয়ে।

( ভদ্ৰক কোবাবলৈ ধৰে। )

ভদ্ৰ—অভদ্ৰ মহাজন। ইমানলৈ আগ বাঢ়িলি!

( দুয়োৰো খণ্ড-যুদ্ধ )

সনাতন—ভদ্ৰ বোপা! তই আমাৰ নিমিত্তে যুদ্ধ কৰিব নেলাগে। মহাজনক এৰি দে—এৰি দে। সি মৰি যাব। ভগৱান! কি অভিনয় দেখুৱাইছা প্ৰভু।

ধীৰেন—বাহ বাহ কেনে মজা—কেনে মজা। বেটাই জিভা উলিয়াই দিছে। মৰিল—মৰিল—

আৰতি—( ভয়তে ) চুপ্ থাক।

ধীৰেন—কিহৰ চুপ্। বেটাইঁত পলাল—পলাল।

( হাত চাপৰি দিয়ে )

মহাজন—ভদ্ৰ! তোৰ নেতৃত্বতেই আজি মোৰ সকলো পণ্ড হৈ গ'ল। মনত ৰাখিবা—ইয়াৰ প্ৰতিশোধ এদিন—তোৰ ওপৰত লমেই—লম।

( দলৰ আটাই কেইজন পলাই যায়। )

ভদ্ৰ—দাদা! পাৰগুইঁত পলাই সাৰিল। নহলে আজি ভাল শিকনি দিয়াব পাৰিলেঁহেঁতেন। সিহঁতে ভাবিছিল ইয়াত মানুহ নাই। সমাজ নাই। আজি ভাল শিক্ষা পাইছে সিহঁতে। অত্যাচাৰীক এইদৰে শিক্ষা দি থাকিব লাগিব। নহলে দুখীয়া মানুহ থকাই টান হৈ পৰিছে। আজি আমি ধনীসকলৰ সকলো অহঙ্কাৰ পছোৱা বতাহৰ লগত লীন কৰি উৰাই দিব লাগিব। তেতিয়া সিহঁতে উপলব্ধি কৰিব পাৰিব যে আজি দুখীয়া জনতাৰ চকু পোহৰলৈ মেল খাইছে।

আলি চাহেব—ভদ্ৰ! মই কবৰ হলে আমি সংঘবদ্ধ হৈ কাম কৰি গলে দুখীয়া হিন্দু মুছলমান সকলো জীয়াই থাকিব পাৰিম। নহলে আমাৰ বিপদ অনিবাৰ্য্য। সনাতন দাদাহঁতকেৱো আক বেচি আছে। আমাক

দুখীয়াৰ কথাৰ মূল্য নাই। চৰকাৰেও বিশ্বাস নকৰে। চৰকাৰৰ সেই ভুল আমিয়েই ভাঙি দিব লাগিব। নহলে ধনী মহাজনৰ চৰকাৰহে হৈ চিৰদিন থাকিব। আমাৰ দেশৰ কু-সংস্কাৰবোৰ মাৰ্জ্জিত কৰি শাসন প্ৰণালী বিকেন্দ্ৰীকৰণ কৰি আমূল পৰিবৰ্ত্তন কৰিব লাগিব। এইটো মনত ৰাখিবা শাসন প্ৰণালী সমস্যা বৰ জটিল। তাৰ মেৰপাকত পৰিলে ভাল শাসকো ওলাই আহিবৰ টান হৈ পৰে। সেই কাৰণে কি সংস্কাৰ কৰিবৰ দৰকাৰ চৰকাৰক দেখুৱাই দি থাকিব লাগিব। আমি হাত সাবটি বহি থাকিলে ধনীসকলে আন পথে নিৰ্দ্দেশ দি ৰাজ্য চলাই থাকিব, তেতিয়া ধনীৰ হে দেশ হৈ থাকিব।

দণ্ডেশ্বৰ—তেনেহলে আমি আজিৰ পৰাই ঐক্যবদ্ধ হৈ সকলো কাম চিন্তা কৰি কৰিম। আমাৰ সঙ্ঘৰ নামকৰণ কৰি সোনকালেই সঙ্ঘৰ ঘৰ মুকলি কৰিব লাগে।

ভদ্ৰ—আলি চাহেবেহ সঙ্ঘৰ নামকৰণ কৰি দিব লাগে।

আলিচাহেব—মোৰ মতে আমাৰ সঙ্ঘৰ নাম "ন্যায় প্ৰচাৰিণী সঙ্ঘ'ই থলোঁ।

ভদ্ৰ— সুন্দৰ নামকৰণ হৈছে। অহাকালিৰপৰাই আমি সঙ্ঘৰ ঘৰ দুৱাৰ সজোৱাৰ নিমিত্তে কাম কৰিব লাগিব। এতিয়া যাওঁগৈ ব'লা। দাদা! আপোনালোকৰ কোনো ভয় নাই। আমি সহায় আছোঁ। সৰা - জোৱালী

কেইটিৰ শিক্ষাৰ বাবে যত্ন লব। আৰতি তুমি কোন শ্ৰেণীত পঢ়িছা ?

আৰতি—ককাইদেউ! এইবেলি পঠশালা পাছ কৰি আমাৰ ওচৰত ছোৱালী স্কুল নথকাত ঘৰতে বহি আছোঁ।

আলি—ঘৰতে বহি আছা ? কি বেয়া কথা। ভদ্ৰ! আমি চৰকাৰক জনাই সোনকালে এখন ছোৱালী এম, ভি স্কুল স্থাপন কৰিব লাগিব।

ভদ্ৰ— হয় চাহেব! অহা কালিয়েই স্কুল সম্পৰ্কেও ৰাইজৰ লগত আলোচনা কৰি বোৰ্ডলৈ জনোৱা হ'ব। ভাই-সকল! মোৰ মনত এটি কথা খেলাইছে।

দণ্ডেশ্বৰ—তোৰ নো আক মাথাত কি খেলালে ?

ভদ্ৰ— বন্দীমহাজন পলাই গ'ল স'চা। সি যেনেতেনে পুলিচক জনাই আমাক ব্যতি-ব্যস্ত কৰিব পাৰে। আমিও পুলিচত কাণ-চুৱাই থোৱাৰ বিশেষ দৰকাৰ। সি হৈছে শিয়াল-বুদ্ধিৰ মানুহ। কব নোৱাৰি তাৰ মেৰপাকত পৰিলে জলৌ-পলৌ কৰি মাৰিব। সেই কাৰণে আমিও এতিয়াই থানালৈ যোৱাই ভাল যেন দেখোঁ। চাহেবে কি কয়।

আলি—এৰা! সোনকালে যোৱাই ভাল। মহেশ—ভূতনাথ ব'লা বোপাহঁত! সনাতন দাদা! আপুনি কোনো চিন্তা নকৰি নিৰ্ভয়ে বহি থাকক। আমি এতিয়া আহিলোঁ। (প্ৰস্থান)

সনাতন—যোৱা বাপাহঁত! মোৰ হকে তোমালোকে বহু কষ্ট খালা। তোমালোক নোহোৱাহলে নিষ্ঠুৰ মহাজনে কি বিপদ কৰিলেহেঁতেন। কাৰ ঘৰত আশ্ৰয় লব লগা কৰিলেহেতেঁন। ( কান্দে )

বীৰেন—পিতা! আপুনি কান্দিছে—নেকান্দিব। মই ডাঙৰ হলে মহাজনক বুজাই আমাক যাতে কোনো দিনে অত্যাচাৰ নকৰে তাৰে চেষ্টা কৰিম।

ধীৰেন ( হাঁহি ) ককাইদেউৰ কথা! পিতা! আপুনি নেকান্দিব। মই ডাঙৰ হলে মহাজনৰ ওপৰত প্ৰতিশোধ লম।

সনাতন—বাপা! এই কম বয়সতে তেনে কথা মনত আনিব নেপায়। ভাল আহিহে সদায় অনুকৰণ কৰিব লাগে। আই আৰতি! ভিতৰলৈ যাওঁ ব'লা।

( আটাই কেইজন ভিতৰ সোমায়। )

— — — —

## দ্বিতীয় দৃশ্য

[ পুলিচ ষ্টেচন ]

( দাৰোগা আৰু বন্দী মহাজন
কথা-বতৰা কৈ থাকে। )

দাৰোগা—মহাজনৰ আজি কি হৈছে। কিয় আহিল।

বন্দী—( এজেহাৰ হাতত দি ) কি কব—আমি ধনীকেইজন থকাই টান হৈ পৰিছে। সেই খাব'ল নোপোৱা ঢেঁখলু-হঁতৰ ফুটনিখন কিমান চাব। সিহঁতৰ বাহাদুৰী দেখিলে চকু কুটি যায়। আজি আমি মধুপুৰ গাঁৱৰ সনাতনৰ ঘৰ ক্ৰোক কৰিবলৈ যোৱাত এই এজেহাৰত লিখা লোক কেইজনৰ সৈতে সনাতনে আমাক মাৰ-ধৰ কৰি অপমানিত কৰিছে। চৰকাৰী পিয়দাজন—কাণে কাণ মাৰিতে মাৰ নোখোৱাকৈ পলাই সাৰিছে। বজাৰ আইনমতে আমি কাম কৰিছিলোঁ। তাকো সিহঁতে নেমানে। সিহঁতক আপোনালোকে দমন নকৰিলে সিহঁতৰ অত্যাচাৰ দোপক-দোপে বাঢি গৈ দেশত অশান্তি অনাব। দেখক—দাৰোগা বাবু! বেল্লাক কি ৰকমে কোবাই শৰীৰ ছিবাছিব কৰি থৈছে। আৰু জলটিলৈ চাওক তাৰ হাতখন কি ৰকমে ভাঙি বেঁকা কৰি থৈছে।

দাৰোগা—ডাক্তৰৰ চাৰ্টিফিকেট্ আনিছে?

বলী—নাই। তেওঁ নিদিলে। তেওঁৰ মতলৱ বেলেগ—টকা বিচাৰে। তৰ্কা-তৰ্কী কৰি গুচি আহিছোঁ।

দাৰোগা—বাৰু—হেৰি! তোমাৰ কি হৈছে ?

( এজন মানুহৰ প্ৰবেশ। )

মানুহ—( চালাম কৰি এজেহাৰ আগবঢাই দিয়ে ) সকলো নিছে চাৰ! চোৰে সকলো নি কলপাতত ভাত খাব লগা কৰিলে।

দাৰোগা—তোমালোকৰ আৰু কি ঘটনা হৈছে—সোমাই আহা।

( ডেকাদলৰ প্ৰবেশ। )

বলী—( ডেকাদলক দেখি ) দাৰোগা বাবু! আপুনি যি কৰে কৰিব। আমি ইয়াত থকা ভাল নহয়। বেল্লা—জল্‌টি! আমি যাওঁগৈ ব'ল। ( প্ৰস্থান )

দাৰোগা—মহাজনৰ কি হ'ল। মাথা গৰম হল নেকি। কিয় গুচি গল বুজিব নোৱাৰিলোঁ।

আলি চাহেব—( এজেহাৰ দি ) আমাৰ এজেহাৰতেই বুজিব পাৰিব—কিয়—মহাজন গুচি গ'ল। ধনীৰ ইমান মইমতালি হলে দুখীয়া ৰাইজ কি ৰকমে তিষ্ঠি থাকিব। আপুনি ঘটনা অনুসন্ধান কৰি কেচ্‌টি হাতত লব লাগিব।

দাৰোগা—আপোনালোক এতিয়া যাওক। বাৰ বাজি গ'ল। পাৰিলে আজিয়েই ঘটনাৰ অনুসন্ধান কৰিম। (কোণত বেল বাঁজি উঠে—দাৰোগাই ফোণ ধৰি) হেলো। মই ও' চি আপুনি কোন? ভাল আজিয়েই যাম। (ফোণ থৈ) নাথাচিং।

(নাথাচিং আহে)

নাথা—(চালাম দি) কিয় মাতিলে?

দাৰোগা—এচ, পিৰ হুকুম মতে—এঠাইলৈ যাব লাগে। তোমালোক আটায়ে সাজু হৈ থাকাগৈ।

নাথা—(চালাম দি) ভাল। (সোমাই যায়)

দাৰোগা—তোমালোকক বিদায় দিছোঁ। যাব পাৰে।

ডেকাসকল—ভাল—থাকিব। (প্ৰস্থান, আনফালৰ পৰা আন এজন মানুহৰ প্ৰবেশ)

দাৰোগা—তোমাৰ আক কি হ'ল। তোমালোকৰ কাৰণে অলপ সময়ো বিশ্ৰাম লব নোৱাৰা হলোঁ। কি ঘটনা ঘটিছে।

মানুহ—আমবাৰীত মাটিৰ কাজিয়া লৈ মানুহ মৰামৰি হৈছে। কিমান জনৰ জখম হৈছে সীমা সংখ্যা নাই।

দাৰোগা—মাটিৰ সমস্যাই বৰ জটিল হৈ উঠিছে। কি ৰজা কি প্ৰজা সকলোৰে মাটিৰ প্ৰতি মৰম ৰেচি। দেশ এখন মাটিৰ সমস্যা লৈয়ে উঠন পতনো হয়। ইয়াৰ সমস্যা দুৰীভূত নকৰিলে দেশত শান্তি বিৰাজ নহয়।

তুমি সোনকালেই এখন এজেহাৰ লিখি আমাৰ অফিচত দিয়া। তেহে আমি যাব পাৰিম। তুমি যোৱা। মামুহ—ভাল। মই লিখি আনো গৈ।

(দুয়ো দুফালে সোমাই যায়।)

---

## তৃতীয় দৃশ্য

[ বলী মহাজনৰ-চ'ৰা ]

[ খঁপাত হুপি হুপি মহাজনে কিছুমান দলিল-পত্ৰ চাবলৈ ধৰে। ওচৰতে মতি মহৰী থিয় হৈ থাকে। ]

বলী—মহৰী! তইনো কি ৰকমৰ মহৰী। এইবিলাকনো চাই থাকিব নোৱাৰ নে? চাচো—এই কেথনৰ মেদ পাৰ হৈ গ'ল। কোনোৱেই মোকৰ্দ্দমা নকৰাকৈ টকা পৰিশোধ নকৰে। কৰিলেও চুঙাতকৈ সোপা দীঘল হয়। উকীল মহৰীক সোপা দিয়াতেই আধ্যা পৰে। একোবাৰ ভাবো মকৰ্দ্দমা নকৰি এই বিলাক পুৰি সামৰিয়ে পেলাওঁ। তাকো কৰিব নোৱাৰোঁ—মনে নেমানে। সপাতনৰ মোকৰ্দ্দমাই ভিতা লগাইছে! ইমান খুঁজিও একো কৰিব নোৱাৰিলোঁ। লাভৰ ভিতৰত মিছা-মিছিকৈ ৰবালি মাহক ইমান-

বোৰ টকা অনাহকত খুৱালোঁ। এইদৰে মকৰ্দ্দমা চলালে দুদিনতে কঙাল হৈ যাম। নাই আৰু মকৰ্দ্দমা চকৰ্দ্দমা নকৰোঁ। ধৰ মাৰ কৰিয়ে যি কৰিব পাৰোঁ। তাকেহে কৰিম। মহৰী! মোৰ ইঙ্গিত মতে কাম কৰি যাবি।

মতি মহৰী—আপোনাৰ কথামতে কাম কৰি আছোঁৱেই। পিচে কেতিয়াবা মোক বৰ অপমানিত কৰে।

বলী—তোকনো কি অপমান কৰোঁ। আজি-কালি মানুহে তোৰ কথা সোধা-পোচা কৰিলে—চাকৰ বুলি নকৈ তোক মহৰী বুলি কওঁ। ইমানতো তোৰ কিহৰ আপত্তি ?

মতি মহৰী—যোৱা কালিয়ে দেখো সেই উজনিৰ মহাজন জনৰ আগত মোক চাকৰ বুলিহে কৈছে।

বলী—কেতিয়াবা ভুল-ভ্ৰান্তিও হব পাৰে। তাকো তই ধৰি থাকনে ? আয়েৰা বোধ কৰোঁ আজিও মাকৰ ঘৰৰ পৰা নাহিব। দুয়োজনৰ নিমিত্তেই কেইটামান ভাত ৰান্ধ গৈ যা।

মতি মহৰী—পিচে—আপোনাক আৰু এটি কথা সোধোঁ।

বলী—সোধ—কি সুধিব খুজিছ।

মতি মহৰী—মোৰ বিয়াৰ কি ব্যৱস্থা কৰিলে। মোক বিয়া কৰাই দিম বুলি কৈ কিমান বছৰ ফাঁকি-ফুকা দিলে। মোৰ বয়সৰ কোনোবা-এজনিয়াও বিয়া নকৰোৱাকৈ

আছে জানো ? আপোনাৰ পিতাৰাই কোৱা শুনিছো— চাৰি বছৰেহে মই আপোনাতকৈ সৰু।

বলী—হেৰ ! তই বিয়া কৰাবলৈ নেপাই বলিয়া হৈছ—অ'। বিয়া মুখৰ কথা নহয়। তোৰ নিমিত্তে কিমান ছোৱালীৰ লগত বাহি-যোৰা মিলালো— ৰাশিয়ে নাহে দেখো। তোৰ ৰাশিটো ইমান চাৰ নে ? তোৰ কপালক দোষ দিলেনো কি হব। বিয়াৰ দিন নেনামিলে কেতিয়াও নহয়। ই শাস্ত্ৰীয় কথা। তই কাম বন কৰি থাক—ঈশ্বৰে মিলালে দীপ-লিপ ছোৱালীয়েই তোৰ কপালত মিলিব।

মতি মহৰী—মহাজন ! ফাঁকি দিলে আপোনাৰো ডিঙিত ফাঁচ লাগিব। এইটোও মনত ৰাখিব। মহাজন ! সৌ আলিয়েদি যোৱা লৰাটিক চিনি পাইছে নে—সেইজন সনাতনৰ সৰু লৰা।

বলী—সনাতনৰ লৰা ইমান ডাঙৰ হলেই নে ? তাক মাত। বাপেকৰ লগত মোকৰ্দ্দমা কৰি টকা আদায় কৰিব নোৱাৰিলোঁ। ইয়াৰ পৰাই কিবা কাৰচাজি কৰি পাৰোঁ যদি আদায় কৰোঁ।

মতি মহৰী—( আগুৱাই যায় ) অ' লৰা। এইফালে মাত দে।

বলী—আহিছে নে ?

মতি মহৰী—আহিব ধৰিছে—নাহিলে ক'ত সাধ্য আছে। এইফালে ভিতৰলৈ আহ।

( ধীৰেনৰ প্ৰবেশ )

ধীৰেন—মোক কিয় মাতিলে।

বলী—আগে বহাচোন। পিচতো কথা হ'ম।

ধীৰেন—( বেঙ্কত বহি ) কওক কি কথা আছে। মই কিতাপ কিনিবলৈ আহিছোঁ। পলম হব।

বলী—কিতাপ কিনিবলৈ কিমান টকা আনিছ। তইঁতৰ অৱস্থা আগতকৈ কিছু ভাল হৈছে নে কি ?

ধীৰেন—আমাৰ অৱস্থা ? আপুনিয়েই দেখো নাশ কৰিছে। কোনো ৰকমে ধাৰে ঋণে পিতাই আমাক পঢ়াইছে। এঘৰৰপৰা ধাৰ কৰি কিতাপ কিনিবলৈ মই মাত্ৰ দহ টকা আনিছোঁ।

বলী—পিচে লিখা-পঢ়া শিকিছ যেতিয়া অলপ কথা বুজিব পৰা হৈছ। পিতাৰাই মোৰ পৰা নিয়া টকা বিলাক অথলে যাব লাগিল নে ? পিতাৰা বুঢ়া হৈছে। কেতিয়া কি হয় ঠিক নাই। তয়ে এটা সুবিধা কৰি দি যা।

ধীৰেন—মই সেইবিলাক একো নেজানো। মোৰ পলম হ'ল। মই যাওঁ।

বলী—যাব। ( জেপৰপৰা টকা কাঢ়ি ) এই টকা দহটাই সুত বাবদ ৰাখিলোঁ যা—এতিয়া।

ধীৰেন—আপুনি এজন ডাঙৰ মহাজন। খুদ খাই পেট নষ্ট কৰে কিয়। টকা কেইটা দিয়ক—মোৰ জীৱনটো নষ্ট নকৰিব বিয়াক।

বলী—নিদিওঁ। মহৰী। ইয়াক ৰাহিৰ কৰি দে।

ধীৰেন—নেলাগে—মই নিজেই বাহিৰ হম। বুজিলোঁ।—আপুনি মোক টকা নিদিয়ে। আপুনি এতিয়াও চৰিত্ৰ পৰিবৰ্ত্তন কৰিব পৰা নাই। আগৰ যি ডকাইত এতিয়াও একে ডকাইতে হৈ আছে। আজি আপুনি মোক ভাল শিক্ষাত দীক্ষা দিলে। আপুনি মোৰ ডকাইত। মনত ৰাখিব ইয়াৰ পৰিণাম অতি ভয়ানক। হাঃ হাঃ হাঃ ডকাইত—ডকাইত।

( প্ৰস্থান )

বলী—হুঃ—এই ৰকম নকৰিলে টকা আদায় কৰা টান। সৰল চিত্তে আজিকালি কোনো কাম নহয়। হেৰ মহৰী। সেইটো ঢলং-পলংকৈ কোন আহিছে।

মহৰী—কোন আহিব। আপোনাৰ সৎপুত্ৰ মাতোৱালজন আহিছে।

( ভিতৰত ৰবিনে ম'দ খাই উৎপাত লগায়। )

বলী—ইয়াৰ বেচি দিন নাই—সোনকালে মৰিব। ইয়াৰ অত্যাচাৰ মই সহ্য কৰিব নোৱাৰা হৈ আহিছোঁ। ৰবিন। তোৰ ৰহ। তোৰ বলিয়ালি—খেদাই দিম এতিয়াই। আহ মহৰী।

( দুয়ো সোমাই যায় )

## চতুৰ্থ দৃশ্য

[ ন্যায়-প্ৰচাৰিণী সভ্য ]

দণ্ডেশ্বৰ—আলিচাহেব। আমালোকৰ যি দুই এপুৰা মাটি আছিল তাকো যোৱা বৰ ভুঁইকঁপে ভিকাচন মাৰিলে। তাত কোনো প্ৰকাৰে খেতি কৰিব নোৱাৰি আধিয়া চুকানিৰে খেতি কৰিবনো পোহ যাব পাৰিনে। নিজৰ মাটি ডৰা নেথাকিলে মনত শান্তি নেথাকে খীৰঁতী বিজাৰ্ভ খুলি দিয়া সম্পৰ্কে চৰকাৰৰ কিবা খবৰ আহিল জানো।

আলি—আজিকোপতি কোনো খবৰ দিয়া নাই। মোৰ বিশ্বাস তেওঁলোকে কোনো খবৰ নিদিয়ে। বিজাৰ্ভো খুলিবলৈ নিদিব। আমি বহি থাকিলে নহব। বিপ্লৱ কৰিব লাগিব। অৱশ্যে এবছৰ দুবছৰৰ ভিতৰত আমাৰ সমস্যা সমাধান নহব পাৰে। এদিন যে আমাৰে জয় হব, ই ধ্ৰুব। সেই কাৰণে আমি একতাৰ ডোলেৰে বান্ধ খাই আমাৰ অভিযানত আগুৱাই যাব লাগিব। আমাৰ কৰ্ত্তব্যত পোন প্ৰথম জমীদাৰ সকলৰ প্ৰৰো-চনাত পৰি চৰকাৰে আমাৰ কাৰ্য্যত হকা-বধা কৰিব পাৰে—তাৰপ্ৰতি আমি ভ্ৰূক্ষেপ কৰিব নেলাগিব কোনো বিপদৰ সন্মুখীন হব লাগিলেও মূৰ পাতি

সহ্য কৰিব লাগিব। চৰকাৰক বুজাব লাগিব দেশৰ মাটিত জন্ম গ্ৰহণ কৰিছোঁ। যেতিয়া ভূমিৰ পূৰা স্বত্ব সকলোৰে আছে। অতীজতে ভূমি-নীতি আমাৰ দেশত ভালেই চলি আছিল। কেৱল ইংৰাজৰ শাসনত কিছুমান চতুৰ লোকে খেলি-মেলি লগাই ভূমি সমস্যা সঙ্কট কৰি তোলে। সুখৰ বিষয় আজি আৰু আমাৰ দেশত ইংৰাজ নাই। আজি আমাৰ জনতাৰ চৰকাৰ। আমাৰ অভিযোগ নিশ্চয় শুনিব। মুশু-নিৰ কিয়, স্বাধীনতাৰ আন্দোলনত আমাৰ দৰে হেজাৰে বিজাৰে দুখীয়া জনতাইহে বৰঙনি যোগাইছিল। ধনী, মহাজন, জমিদাৰ সকলে দেশৰ বৈৰী হৈ ইংৰাজক সহায় সহানুভূতিহে কৰিছিল। এতিয়া আমাৰ দেশ যেতিয়া—আমাৰ মাটি তেতিয়া। দেশত মাটিৰ নতুন ভাগ বটোৱাৰা হোৱা চৰকাৰে ভৰা উচিত। চৰ-কাৰক জনাব লাগে অতি সোনকালে দেশৰ মাটি ৰাষ্ট্ৰীয়কৰণ কৰি প্ৰকৃত খেতিয়কৰ হাতত অৰ্পণ কৰি দেশৰ উৎপাদন বঢ়াব লাগে। তেতিয়াহে দেশত নতুন অৰুণোদয় হৈ আন দেশৰ লগত ফেৰ মাৰিব পাৰিব।

ভদ্ৰ—নিশ্চয় চৰকাৰে এই বিষয় হাতত আঁচনি লোৱা বুলি শুনিবলৈ পাইছোঁ। কি কাৰণত কাৰ্য্যকৰী কৰিব পৰা নাই—ভাবি পোৱা নাই। ইতিমধ্যেই চৰকাৰে কৃষ-

কৰ উন্নতিৰ নিমিত্তে—কিমান সজ কাম হাতত লৈ টকা খৰচ কৰিব ধৰিছে, তাৰ সীমা নাই।

আলি—টকা খৰচ কৰিছে সঁচা। কৃষক ঋণ দিছে—কুটীৰ শিল্পত টকা খৰচ কৰিছে। সেইটো স্বীকাৰ কৰোঁ। কিন্তু প্ৰকৃত খেতিয়কে সেই টকা পোৱা নাই—পাইছে কিছুমান ধুৰন্ধৰ লোকে। তাৰপৰা দেশৰ বা সমাজৰ কি উপকাৰত আহিব পাৰে ভাবি চোৱাচোন। এই বিলাক দুৰ্নীতিও চৰকাৰক জনাই থকা আমাৰ এই "ন্যায়প্ৰচাৰিণী সঙ্ঘৰে"ই কৰ্ত্তব্য।

দণ্ডেশ্বৰ—এৰা, ৰাইজ আৰু চৰকাৰৰ সহযোগতহে দেশ বৰ্দ্ধি থাকিব পাৰে। ৰাইজ আৰু চৰকাৰৰ মাজত সহযোগ নেথাকিলে দেশ ছাৰখাৰ হৈ যাব পাৰে। আমাৰ অভিযোগৰ কথা চৰকাৰক ঘনাই জনাই থাকিলেহে তেওঁলোকেও উপলব্ধি কৰিব পাৰিব। সি যি নহওক অনতিপলমে খোৰঁতো বিজাৰ্ভ আমাৰ কাৰণে খুলি দিব লাগে। চৰকাৰে ইমান দিনে কোনো মনকাণ নিদিলে যেতিয়া, আমাৰ এটি সজাতি দল গৈ মন্ত্ৰী সকলক তালকৈ বুজাই কব লাগে। আপুনি এই বিষয়ে কি কয়।

সভ্যসকল—হয়—হয়। আপুনি ঠিক কথাই কৈছে। মুখেনং মাৰিতং জগত। গুণ-গঁথা কৰি থাকিলে কি হব। চেষ্টা কৰিলেহে কাৰ্য্য সিদ্ধি হব।

আলি—দণ্ডেশ্বৰ! আমাৰ সম্ভৱত বিমান পাৰা সভ্য ভৰ্ত্তি কৰিবা। আজিৰ কাৰণে আলোচনা স্থগিত ৰখা হ'ল। ৰাতিও বেচি হৈ আহিল। ৰাতি পুৱাই সজাতি দলটিত কোন কোন যাব ঠিক কৰা হব।

দণ্ডেশ্বৰ—হয় ৰাতি পুৱাই ভাল হব। সভ্যসকল! ৰাতি পুৱাই যাতে সকলো ইয়াত হাজিৰ হয়। কাকো যাতে মাতিব নেলাগে। এয়ে মোৰ অনুৰোধ। এতিয়া উঠক।

( সকলো যাবৰ নিমিত্তে থিয় হয )

—০ঃ০ঃ০—

## পঞ্চম দৃশ্য

[ সনাতনৰ ঘৰ ]

( আৰতিয়ে যঁতৰত সূতা কাটি থাকে, আমনি লগাত গীত গাবলৈ ধৰে। )

### গীত

ধীৰে ধীৰে যা মলয়াৰ বা।
সন্ধিয়া বাই,
ফুলৰাণী পাই;
হৈছে মাতোৱাৰা
আবেগো নাই।
জোংস্না ৰাতিতে
ফুলে পাতে পাতে
নতুন সুখৰ নতুন মেল',
আহা আহা তুমি
নবীন অতিথি
পাতো প্ৰণয় খেলা।

[ ভদ্ৰৰ প্ৰৱেশ ]

ভদ্ৰ—( হাঁহি মাৰি ) আৰতি! তুমি নবীন অতিথি বিচা-বিছা—আহি পালোঁৱেই দেখো। এতিয়া কিহেৰে আলহি সোধা জোগাৰ কৰা।

আৰতি—আমি দুখীয়া মানুহ। কিনো আছে কি খুৱাম। ( এখন পীৰা আগ বঢ়াই দি। ) বহক ককাইদেউ। ইয়াতেই বহক।

ভদ্ৰ—( বহি ) পিতাৰা বজাৰলৈ গৈছে নে কি? বীৰেনো দেখো ঘৰত নাই। কলৈ গল সি। যোৱা কালিয়ে গুৱাহাটীৰপৰা পৰীক্ষা দি অহা বুলি শুনিছোঁ। আমাৰ তালৈয়ো যোৱা নাই সভালৈও দেখো যোৱা নাই। ক'ত লটং পটং কৈ ঘূৰি ফুৰিব ধৰিছে কবই নোৱাৰোঁ। তুমি মোক বহিব দি দেখো তুমিও বহিহে থাকিলা। অতিথি শুশ্ৰূষাৰ দিহা নকৰা কিয়?

আৰতি—বাক, আগেয়ে তামোল-চালিয়ে আগবঢ়োৱা যাওক? পিচে পৰে যি হয় হব। ( ভিতৰলৈ যায়। তামোল পাণৰ শৰাই আনি আগবঢ়াই দি ) খাওক। ককাই-দেউ! তামোল খাওক।

ভদ্ৰ—( তামোল মুখত ভৰাই ) আৰতি! তুমি যদি ......

আৰতি—কি কব খুজিছে শেষ কৰি নকয় কিয়—মনে মনে থাকিল দেখোঁ।

ভদ্ৰ—বাক কওঁ। তুমি বেয়া নেপাবা। এটি কথা শুনিলোঁ হয় নে?

আৰতি—আপোনাৰো কথা। আপুনি মোক কি সুধিব খুজিছে নকয় কেলেই। মই আগধৰি কেনেকৈ কওঁ। কথাটি ভাঙি নকয় কিয়—মই কোনো বেজাৰ নেপাওঁ।

ভদ্র—তোমাক্ হেনো বেঙেনাবাৰী গাঁওবুঢ়াই খবিবলৈ আহিছিল। হয় নে ? পিতাৰাই কি সম্মতি দি পঠালে। তুমি জানা নে ?

আৰতি—হয়—আহিছিল। পিতাই সম্মতি নজনোৱাৰ আগ-মুহূৰ্ত্তত মই মোৰ মত প্ৰকাশ কৰিলোঁ। যে আপোনাৰ উদ্দেশ্য সাধন নহব। মোৰ বিয়াৰ ঠিক-থাক হোৱা বুলি জানিব পাৰি কোনো প্ৰত্যুত্তৰ নকৰিলে। কেৱল যাবৰ সময়ত পিতাক কলে যে আজিকালি ডুবা-ছোৱালীবিলাক আধুনিক হ'ল। লৰা-ছোৱালীয়ে নিজে বিয়া পাতিব পৰা হ'ল।

ভদ্র—তোমাৰ কাৰণে দৰা কাকনো পছন্দ কৰিছা।

আৰতি—(হাঁহি) এক প্ৰকাৰ ঠিক কৰিছোঁ—যাৰ লগত মনে প্ৰাণে মিলে।

ভদ্র—নেকোৱা কিয়। কাৰ লগতনো মনে প্ৰাণে মিল খাইছে।

আৰতি—নকওঁ।

ভদ্র—নোকোৱা—। তেনেহলে মই যাওঁ। এই উঠিলোঁ।

আৰতি—(বাধা দি) বহকচোন—বহক। ককাইদেউৰ অলপতে খং উঠে; ধেমালি কৰিবই নোৱাৰি। কওঁ শুনক—মন দি থাকিব। অৱশ্যে তেওঁৰ নামটি কাঢ়িব নোৱাৰোঁ। সেই ডেকাজন আমাৰ ঘৰলৈ প্ৰায়ে আহি থাকে। ডেকাজনে আমাক কিবা বিপদ হলে উদ্ধাৰ কৰে। যোৱা বেলি মই গা ধুই থাকোঁতে

নদীত ভ'াহি যোৱাত সেই ডেকাজনেই মোক উদ্ধাৰ কৰি জীৱন ৰক্ষা কৰিছিল। পিতায়ো সেই ডেকাজনকে নিজৰ পুত্ৰেকৰ দৰে ভাল পায়। এতিয়া সেই ডেকাজন কোন জানিলে তো। যদি মই কোৱা ভাষা আপোনাৰ টান হৈছে, সহজ ভাষাত কওঁ—সেই ডেকাজন বৰ্ত্তমান মোৰ লগত কথা পাতি আছে।

ভদ্ৰ—হৈছে হৈছে। তুমি আজিকালি ৰবকৈ ঘূৰাই-পকাই কথা কবলৈ শিকিছা।

আৰতি—হয়—অলপ শিকিছোঁ। আজিকালি ছোৱালীয়ে কথা কব নেজানিলে আপোনালোকেইতো আঁকৰী বুলি আখ্যা দিয়ে। নহয় জানো।

সনাতন—( ভিতৰৰ পৰা ) আৰতি! বাৰীত দেখো কোনোবাৰ ছাগলী এজনী জলকীয়া ঝাৰত সোমাই খাব ধৰিছে। ধেকুঁৰী ওহ্ ওহ্ চুহ-চুহ। ( কুকুৰজনীয়ে তুকি ছাগলীজনীক খেদি লৈ যায়।) এই গধূলিয়ো মানুহ বিলাকে—গৰু-ছাগলী বিচাৰ নকৰে। ( এখন ভাৰ কান্ধত লৈ ভিতৰ সোমাই আহি ) হে্ বোপা দেখো! কেতিয়া আহিলা।

ভদ্ৰ—অথনিয়ে আহিলোঁ। বীৰেন অহা বুলি শুনি। পিচে লগহে ধৰিব পৰা নাই। বীৰেনৰ পৰীক্ষা কি ৰকম হোৱা বুলি কৈছে—আপোনালোকক।

সনাতন—( ভাৰখন কান্ধত থৈ ) কোন্নাত কো ভাল হোৱা বুলিয়েই কৈছে ; পিচতহে কি হয়। আইটি ! বজাৰৰ বস্তুবিলাক ভিতৰ সুমুৱাই থ গৈ। বস্তু কিনি খোৱাই টান হৈ পৰিছে। বিহে চৰা দাম। ককায়েৰাক চাহপানী কিবা দিছ নে নাই।

আৰতি—চাহ হৈছেই। আপোনাক বাটচাই আছোঁ। ( বজাৰৰ বস্তুবিলাক ভিতৰ সুমুৱাই নিযে )

ভদ্র—বজাৰলৈনো কি বস্তু নিছিল ?

সনাতন—জিকা-ভোল কেই সেৰমান জলকীয়াৎ, সাঙ্গে-পাঙ্গে এভাৰ কৰি নিছিলোঁ। বজাৰ দেখাই নেপালোঁ বাটতে নগৰীয়া বেপাৰীয়ে পাই থুপতে কিনি ললে। বাপা! বৰ্ত্তমানে খেতিয়কবো পইচা আছিল। ফচল ঠিক সময়ত উলিয়াব পাৰিলে। পিচে—মাটি নহলে ফচলনো ক’ত কৰিবা। আমাৰ এই খন গাঁও বৰ বেয়া হৈছে। কৰবাক উঠি নগলে আমাৰ উন্নতি নহয়। বিজাৰ্ভ খুলি দিয়াৰ কিবা অনুমতি আহিল নে কি ?

ভদ্র—একো অহা নাই। অহা দেওবাৰে এটি সজাতি দলহে চিলঙলৈ যাব খুজিছোঁ। সেই দলটিত বীৰেন আৰু মযো পৰিছোঁ।

সনাতন—বীৰেনকো চিলঙলৈ নিবা ? লৰামতীয়া সি। কিবা কব পাৰিব জানো ?

ভদ্ৰ—কিয় নোৱাৰিব। পৰীক্ষাৰ খবৰ ওলালেই সি এজন বি-এ, পাছ লৰা হব। তাৰ মুখ বৰ কাটন। সেই দেখিয়ে তাক লোৱা হৈছে।

সনাতন—বাপা! তুমি অলপ বহিবা। গাটো খেচেৰ-মেচেৰ লাগি আছে। সোনকালে গাটো তিয়াই আহোঁ গৈ। সৌ টো বীৰেনো আছি পালেই।

( ভিতৰ সোমায়, আনফালে বীৰেন আহে। )

বীৰেন—ভদ্ৰ ককাইদেউ দেখো। তোক বিচাৰি-বিচাৰি লগকে নোপোৱা হলোঁ।

ভদ্ৰ—মোকনো ক'ত বিচাৰি পাবি। মই সদায় বোম্বাই, কলিকতাতে থাকো নহয়।

বীৰেন—অ' আজি এটি কথা শুনিবলৈ পালোঁ। তোৰ বোলে বিয়াৰ আয়োজন কৰিছে। ভালেই হ'ল—এতিয়া ভিনীহি দেউ বুলিব পাৰিম।

ভদ্ৰ—তোৰো কথাবিলাক। ( আৰতিয়ে চাহ দিয়ে। )

বীৰেন—( চাহ খাই ) বাইদেউ! চাহত দেখো চেনিয়ে হোৱা নাই; কিবা হানডেঢ়ি কৰি ভিনীহিৰ গিলাচত চেনি বেচিকৈ দিছা নেকি? ( হাঁহে )

আৰতি—বীৰেন! আজিকালি তই বৰ দুষ্ট হৈছ। কলেজত পঢ়িছ নে তোৰ মুৰ পঢ়িছ। টাউন চহৰত মানুহ থাকিলে মুখৰ লাগাম নোহোৱা হয়।

বীৰেন—আচল কথা কলে মানুহে বেয়াই পায়। মই কিবা যোজনা পাতি কৈছো নে কি? তিনীহি বুলি এদিন তো মাতিবই লাগিব। সেই কাৰণে আগধৰি আখৰা দিবলৈ ধৰিছোঁ। বেয়া নেপাবি বাইদেউ! ( সনাতনক সোমাই আছি ভদ্ৰৰ কাষতে এখন চাৰিত বহে। আৰতিয়ে ভিতৰ সোমাই চাহ আনি দিয়ে। )

সনাতন—( চাহৰ গিলাচ লৈ ) মোক হে দেখো দিলি।

আৰতি—তেওঁলোকে খাই উঠিছে।

সনাতন—( চাহ খাই খাই ) বীৰেন! তয়ো বোলে চিলঙলৈ যাব লাগিব? মন্ত্ৰী সকলৰ আগত উলুং পুলুংকৈ কথা নকবি। আগ-পিচ গুণিহে সাহ কৰি কথা কবি। যা চো বোপাইত! তইতৰ পৰাই কিজানি বাইজৰ মঙ্গল হয়।

ভদ্ৰ—বীৰেন! পুথিভঁৰালৰ কাম কিমান আগবাঢ়িছে?

বীৰেন—অগ্ৰগামী হৈয়ে আছে। মোৰ বিশ্বাস এমাহৰ ভিতৰতে পুথিভঁৰালৰ ঘৰৰ দুৱাৰ মুকলি কৰিব পাৰিম। আমি কামত কেতিয়াবাই অগ্ৰসৰ হব পাৰিলোঁহেঁতেন। পিচে আমাৰ বাইজ এতিয়াও বহু পিচ পৰা অৱস্থাত। সুকৰ্ম্মত মুক্তহস্তে দান আগবঢ়াব নোৱাৰে। এতিয়াও আমি অন্ধকাৰতেই ডুব গৈ আছোঁ। পিচে—আজি চাঁদা বিচাৰি যাওঁতে বলী মহাজনৰ ঘৰ পালোঁ।

সনাতন—বলী মহাজনৰ তালৈ গৈছিলি?

ভদ্ৰ—পিচে—কিবা দিলে নে নাই।

বীৰেন—বৰ্ত্তমানে দিয়া নাই। কেইটকামান দিবলৈ প্ৰতিশ্ৰুতহে দিছে। মোৰ হাতত্তেই দিবলৈ গাত লৈছে। মোৰ লগত তেওঁ বহু সময় থকৰা গপ আলাপ কৰে। পিচে—এটা কথাহে হ'ল। ভালেই কৰিলো নে বেয়াই কৰিলো কব নোৱাৰিলোঁ।

সনাতন—( আচৰিত হৈ ) হেৰ! তই কি কৰিলি। মোক তই খালি—খালি

বীৰেন—পিতা! আপুনি আচৰিত নহ্বচোন। মানুহৰ লগত চিৰদিন খিয়লা-খিয়লি কৰি শত্ৰু হৈ থকা উচিত নহয়। মানুহৰ লগত হায়ো কৰিব লাগে, ভাঙিবও লাগে—এয়ে মানুহৰ বীতি। তেওঁৰ অনুবোধ মতে তেওঁৰ একমাত্ৰ ছোৱালী জনীক মই কেইমাহমান পঢ়ুৱাব লাগে।ময়ো পঢ়ুৱাম বুলি সম্মতি দিছোঁ।

ভদ্ৰ—( মনে মনে ) মোৰ বোধেৰে বীৰেন মহাজনৰ সেই ছোৱালী জনীৰ লগত প্ৰেমতহে পৰিবলৈ ওলাইছে।

সনাতন—বীৰেন! তই দেখো জানই সৌ মহাজন হৈছে আমাৰ পৰম শত্ৰু। সেই ভাহানিৰ কথাবোৰ মনত পৰিলে এতিয়াও মোৰ চকু-পানী ওলায়। তেনেস্থলত তই এজন জনা-বুজা লৰা হৈ ......

ভদ্ৰ—ময়ো কথাটি সিমান ভাল দেখা নাই।

সনাতন—এবা—বোপা! "লকতে সাপে খালে, ডাঙৰজ কেঁচলৈয়ো ভয়" হয়।

বীৰেন—পিতা!. আপুনি কোনো চিন্তা নকৰিব। মহাজনৰ কিবা বদগুণ থাকিলে তাক ভাল কৰাম। এইটো জানিব মানুহে মানুহক মানুহ কৰাই তাওৰ ধৰ্ম্ম।

সনাতন—তোক তো আমি বুজাবৰ যোগ্য নহয়। যি ভাল দেখ তাকে কৰ। পিচে—মহাজনৰ দেখো এজন লৰাও আছিল।

ভদ্ৰ—আপুনি নেজানে—যোৱা বছৰতেই তেওঁ যক্ষ্মা ৰোগত ভুগি ভুগি মৰিছে। কিবা কয় নহয় "অত্যা-চাৰীৰ অধোগতি।" দিনে ৰাতিয়ে মদ খাই মানুহৰ ওপৰত যোৰ জুলুম কৰি থাকিলে কেইদিন জীয়াই থাকিব পাৰে। ঈশ্বৰৰ বিচাৰ আমাৰ মানুহৰ দৰে তো নহয়—তেওঁৰ সমবিচাৰ।

সনাতন—এৰা,—ইমানবোৰ কথা মই আজিহে জানিব পাৰিলোঁ। পিচে তুমি বীৰেনক মহাজনৰ তালৈ ছোৱালীজনী পঢ়াবলৈ যাব কোৱানে? কি কোৱা?

ভদ্ৰ—সি কথা দি আহিছে যেতিয়া যোৱাই ভাব। বীৰেন-তো অকলা লৰা নহয়—তাক একো কৰিব নোৱাৰে। অ' পাহৰিয়ে আছিলোঁ। যোৱা কালি ধীৰেনৰপৰা হেনো এখন চিঠি আহিছে সচাঁ নে?

সনাতন—(হুমুনিয়াহ কাঢ়ি) কোনেনো কলে তোমাক। সকলো মিছা। মই দুৰ্ভগলীয়াই কেতিয়াবা বাচাক দেখা আৰু পামনে? মোৰ বাচা নিৰুদ্দেশ হবৰ

আজি প্ৰায় বাৰ বছৰ অতীত হৈ গ'ল। কৰবাত থকা হলে যেনেতেনে খবৰ পালোহেঁতেন।

( চকুলো টোকে )

বীৰেন—পিতা! আপুনি তাৰ কথা ভাবি দুখ কৰি নেথাকিব। মোৰ দৃঢ় বিশ্বাস সি এদিন আমাৰ আগত ওলাবই ওলাব।

ভদ্ৰ—ময়ো তাকেই কওঁ—সি এদিন দেখা কৰিব। বীৰেন আমি এবাৰ চৌধুৰীৰ তালৈ যাওঁ বলচোন—চিলঙলৈ যোৱাৰ কি বন্দবস্ত কৰিছে।

বীৰেন—( থিয়হৈ ) ব'ল তেনেহলে আহোঁগৈ।

ভদ্ৰ—অপুনি বহিব। ( দুয়ো প্ৰস্থান )

সনাতন—বীৰেন! অলপ সোনকালেই আহিবিচোন—পলম কৰি নেথাকিবি।

( ষাঁৰকাপোৰ পৰে )

## দ্বিতীয় অঙ্ক

### প্ৰথম দৃশ্য

বলী মহাজনৰ ঘৰ।

( এটি কোঠাত অকলে সাৰদীয়ে গীত গাই থাকে )

নতুন দেশৰ পথিক
হবাই এদিন তুমি।
নেপাবি তাত অন্ধ বিশ্বাস
সেই পৃথিবীৰ
ৰজা প্ৰজা ধনী দুখীৰ
সকলোৰে উচ্চ শিৰ।
নেবাজে তাত ৰণ-ভেৰী
দানব পিশাচৰ
সাম্যবাদে চিৰ পূজা—
সেই জগতৰ।
যোৱা তুমি, আগবাঢ়ি-বাঢ়ি
সমতাই :কাম্য আনে
ভোকৰ অন্ন নেকাঢ়ে
পাবি তাত স্বৰ্গপুৰি।

(বীৰেনৰ প্ৰবেশ)

বীৰেন—সাৰদা! তুমি দেখো আজি গীততে মত্ত হৈছা।

সাৰদী—হয় ককাইদেউ! মন প্ৰফুল্লিত ৰাখিবৰ নিমিত্তেই গীতৰ জন্ম। যোৱা কালি আপুনিয়েই দেখো অস-মীয়া শিকাওঁতে ব্যাখ্যা কৰিবলৈ দিছিল "মৰুভূমিত গান সৰোবৰ।" সেইদিনাখন আপুনি গোৱা গীত-টোকে গাই আওৰাইছোঁ। পিচে—ককাইদেউ! গীতটিত নতুন দেশৰ অৰ্থ কি কৰিছে?

বীৰেন—আমাৰ দেশৰ কুনীতিবোৰ পৰিত্যাগ কৰি মহাত্মাজীৰ সপোনৰ ৰামৰাজ্য প্ৰতিষ্ঠা কৰাই—তাৰ অৰ্থ। এতিয়া বুজিপাওঁ। পিচে—তোমাৰ মন আজি মৰুভূমি যেতিয়া অলপ লাহে ধীৰেই পাঠ্য আৰম্ভ কৰা যাওক।

সাৰদী—আপুনি যি কয় তাকে কৈ থাকক। ককাইদেউ! আপুনি যদিও ঘৰুৱা শিক্ষক—তথাপি আমাৰ স্কুলৰ শিক্ষক-শিক্ষয়ত্ৰীয়েও আপোনাক বুজাই দিব নোৱাৰে। আপুনি যি প্ৰণালীত বিষয় শিকায় অতি সোনকালেই মনত থাকি যায়। আপুনি স্কুল শিক্ষক হোৱা হলে!

বীৰেন—এৰা,—মোৰো ইচ্ছা আছিল। পিচে—আমি শিক্ষক হলে দেশত আলোড়ন লগাব কোনে? যোৱা কালি বাচি দিয়া অঙ্ক কেইটা কৰিছা?

সাৰদী—হয় কৰিছোঁ। এয়া চাওক।

বীৰেন—(বহিত অঙ্ক চাবলৈ ধৰে।) পিচে—আটাইকেইটিয়ে শুদ্ধ হৈছে। মাত্ৰ সাঙ্কেতিকটোৰ অলপ নিয়ম ভুল

হৈছে। মই ইয়াত শুধৰাই দিছোঁ।—তুমি নিয়ম ভালকৈ মনত ৰাখিবা—। আজি আন বিষয় নিশি-কাণ্ড। আমাৰ এখন জৰুৰী মিটিং আছে।

সাৰদী—আপোনালোকক কেৱল মিটিঙৰ দেৱে পাইছে। অ' সুধিবই পাহৰি আছিলোঁ।

বীৰেন—কি ?

সাৰদী—আমাৰ পিতাও হেনো আপোনালোকৰ সঙ্ঘৰ সভ্য হৈছে, সঁচানে ?

বীৰেন—এৰা—হৈছে। তুমি নহবা জানো ?

সাৰদী—নিশ্চয় মন্নো হম। পৰীক্ষা দি উঠিয়ে আপোনাৰ সৈতে একেলগে চিৰদিন সঙ্ঘৰ কাম কৰি কটাব পাৰোঁ তাকেই কামনা কৰোঁ। বাস্তৱিকতে সেই দিনাখন আপোনাৰ সৈতে সঙ্ঘলৈ গৈ যি ভাব উদয় হৈছে তাক পাহৰিব কোনো দিনেই নোৱাৰোঁ।

বীৰেন—তোমাৰ কথাত অলপ ভুল হৈছে। তুমিতো মোৰ লগত চিৰ দিন সঙ্ঘৰ কামত দিন নিয়াব নোৱাৰিবা। কেইদিন মানৰ পিচতেই বৰবীয়া চৰাইৰ দৰে কৰবালৈ উৰি যাবা। তেতিয়া তুমি কি কৰিবা ?

সাৰদী—সেইটো আপুনি নেভাবিব—মই আপোনাৰ। মই আপোনাক বৰ ভাল পাওঁ। আপোনাৰ বিহিনে মই কেতিয়াও সুখী হব নোৱাৰোঁ।

বীৰেন—মোৰ জীৱনৰ বাটত তোমাৰ নিচিনা এজনী ছোৱালী পালে মন্নো চিৰ সুখী হম। পিচে—পিতাৰাই…

সাৰদা—পিতাৰ কথা আপুনি নেভাবিব। পিতাৰ দেখোঁ আগৰ মনোবৃত্তি আপুনিয়েই পৰিবৰ্ত্তন কৰাইছে। মই পিতাৰ মনোভাব যিমান বুজিব পাৰিছোঁ।—আমাক বিচ্ছেদ নকৰে। তেৱোঁ আমাক মিলন কৰি দিব পাৰিলেহে সুখী হব।

বীৰেন—তোমাৰ মনৰ ভাব আজি বুজিব পাৰি—মোৰ গা ভাগেখিনি পাতল পৰিছে সাৰদা!

সাৰদা—ককাইদেউ! এতিয়া সেইবোৰ এৰি দিয়ক। মাজে সময়ে সজ্জৰ নিয়ম প্ৰণালীবোৰ অলপ বুজাই থাকিব-চোন। আপোনাৰ লগত আমাৰ সমাজৰ কু-সংস্কাৰৰ বিৰুদ্ধে অভিযান চলাব পাৰিলে অশেষ শান্তি পাম। বিশেষকৈ আমাৰ ভাৰতীয় ৰিকতাসকল এতিয়াও শিক্ষা-দীক্ষাত বহু পিচ পৰা অৱস্থাত। তেওঁলোকক সু শিক্ষাৰ পোহৰলৈ আনিব পাৰিলেহে সভ্য দেশ হব। ককাইদেউ। আপোনালোকে এইটো মনত ৰাখিব যে মাতৃজাতিৰ উন্নতি নহলে দেশৰ কেতিয়াও উন্নতি নহয়। আৰু সভ্য জগতৰ লগত কেতিয়াও হাত মিলাব নোৱাৰিব।

বীৰেন—তাৰ বাবে আপ্ৰাণ চেষ্টা কৰিব লাগিব তোমালোকৰ দৰে শিক্ষিতা ছোৱালীবোৰে। আৰু তোমালোকেই নতুন দেশ গঢ়াৰ পথত সহায় কৰিব লাগিব আমাক। সাৰদা! আজি দেশৰ ডেকা গাভৰুসকলে সত্যৰ সন্ধান

বিচাৰি পাইছে। নতুন দেশত অৰুণোদয়ৰ আভা পৰিবৰ উপক্ৰম হৈছে। আমিয়েই দেশৰ ভাষা কৃষ্টি জীয়াই ৰাখিব লাগিব। এতিয়া উঠো। আজি তোমাক নতুন পাঠ্য শিকোৱাই নহল। কালিলৈ মোগল সাম্ৰাজ্যৰ অৱনতি হোৱাৰ কাৰণৰ চমু বৰ্ণনা টোকা লিখি দিয়া হব। এতিয়া থাকিবা। (যাব খোজে)

সাৰদী—অলপ ৰহক—। আপুনি চাহ খোৱাই নাই নহয়। ...'—মহৰী ককাই।

(মতি মহৰীৰ প্ৰবেশ)

মতি মহৰী—আই! কথাৰ পাগ উলিয়াওঁতে—বোধ হয়—মূৰ টিং টিঙাইছে। সেই বাবেহে মণিক দৰকাৰ হৈছে। হবৰ হৈছে—চেকি আনিলেই হব। পিচে—তহঁতৰ কথাবিলাক শুনিছে আছোঁ।। তহঁতে ইমান কিহৰ ভয় কৰিছ। কথা আগেয়ে ঠিক-থাক হৈ আছে। কোনোৰা দিনা লগুন-গাঁঠি লাগেহে।

সাৰদী—তই বুঢ়াই হলি—তেওঁ তোৰ এতিযাও বলিয়ালিখন নগল।

মতি মহৰী—যাৰ যি স্বভাৱ। পিচে, বাপা বাবেন! ময়োতো বুঢ়াই হলো।· ময়ো তহঁতৰ সজ্জত সভ্য হম। পাৰিলে তহঁতেই মোক বিয়া কৰাই দিবৰ চেষ্টা কৰিবিচোন।

বীৰেন—তোক আমি সভ্যৰ তৰফৰ পৰাই এজনী দীপলিপ ছোৱালী বিয়া কৰাই দিম যাতে তোৰ বুঢ়া কালত কোনো দুখ নহয়। এতিয়া চাহ আন গৈ যা।

মতি মহৰী—ভাল। মনত ৰাখিবি—যাতে পিচত নাপাহৰ।

(সোমাই যায়—আনফালে বৰী মহাজন আহে)

সাৰদী—মহৰী ককাই। পিতাও আহিছে—পিতালৈকো আনিবা।

বলী—(বহি) সাৰদী? তোৰ পঢ়া হ'ল নে?

সাৰদী—হয় হৈছে। আজি আপুনি কলৈ গৈছিল?

বলী—জিলালৈ গৈছিলোঁ—যোৱাৰ সময়ত তোমাক কবলৈ পাহৰিলোঁ। বাপা বীৰেন? আজি দেখো সোনকালেই ওলালা—কৰবাত কিবা কাম আছে নে কি?

বীৰেন—হয়। সভ্যতেই কিবা কথা এটিৰ আলোচনা কৰিব লাগে। আপোনাকো নিমন্ত্ৰণ কৰাৰ কথা আছিল। কিবা খবৰ পাইছে নে কি?

বলী—অৱশ্যে—সেইদিনাখন আলি চাহেবে মুখে মুখেই যোৱাৰ কথা কৈছিল। আজি যোৱা মোৰ টান হব—বৰ ভাগৰুৱা হৈ আহিছোঁ। ইফালে চৰকাৰী মটৰ নেপাই টেক্‌চিত আহোঁতে গাৰ বিষ উঠি আহিছে। তোমালোকেই যি কৰা মই সম্মত আছো বুলি কবা। আই! সেই বৰাগীজন আহিছে, তাক অলপ কিবা দি পঠাই দিয়া।

সাবদী—পিতা। সি বৰ ভাল বৰগীত গাব জানে—এটি শুনক। অ'—বৰাগী ককাই। ইফালে আহি এটি গীতকে গাই যোৱা। ( ভিতৰলৈ বৰাগী সোমাই আহে ) সেই চাৰিখন পৰাই আছে তাতে বহা।

বৰাগী—বহিম আই। ( বহে )

বীৰেন—বৰাগী ককাই। তই কৰ মানুহ অ'। অসমীয়া নহয় জানো ?

বৰাগী—কিয় নহয—হাড়ে হিমজুৰে মই অসমীয়া। মোৰ ঘৰ গোৱালপাৰাত।

বীৰেন—গোৱালপাৰাত ? তহঁতক দেখো মৰমতে পশ্চিম বঙ্গই নি লগ লগাব খুজিছে। তই যাবি নে ?

বৰাগী—মই কিয়—গোটেই গোৱালপৰীয়া বাইজেই বঙ্গৰ সেই প্ৰস্তাব প্ৰত্যাখ্যান কৰিছে।

বীৰেন—ধন্য—। এতিয়া গুৰু শঙ্কৰ মাধৱৰ এটি গীত গোৱাঁ।

( বৰাগীয়ে খঞ্জৰী বজাই গাবলৈ ধ'ৰে )

গীত

ভেকাভাই। কিসৰ হুৰিষ তোৰ।
চক্ষু মেলেখন, আনন্দে ভ্ৰমন, ভোক পাইলে কাল চোৰ॥
আহ্লিলি হুৱাল ঠৈলা বুৱা কাল
কেন ভাত নাই মন

আপদৰ বন্ধু যতনে লইয়ো
ৰাম নাম মহা ধন ॥
আয়ু আদি কৰি যত ধন জন
সব কাল চোৰে হৰে ।
দেখি নেদেখস বুঢ়াক হাসস—
ছুৱাল কালতে মৰে ॥
যৌৱন গৰ্ব্বক ঝাণ্টে পৰিহৰি
নামক লৈয়ো যতনে ।
কালৰ হাতত বৃদ্ধ যুৱা নাই
বহয় ৰাম চৰণে ॥

(গীত শেষ হোৱাৰ লগে লগে মতি মহৰীয়ে চাহ আনি আগত দি যায় )

ৰজী—বাপা ! চাহ খোৱা ।

সাৰদী—পিতা ! ককাইদেউৰ মনৰ ভাব অলপ পৰিবৰ্ত্তন হোৱা যেন দেখা যায় । বোধ হয় বৰগীতৰ অৰ্থই বিচলিত কৰিছে ।

বৰাগী - আই ! আমাক বিদায় দিয়ক । ভিক্ষাৰী মানুহ দুই এঘৰ নুফুৰিলে পেট প্ৰৱৰ্ত্তিব জানো ?

সাৰদী— অলপ ৰৈ—আগেয়ে চাহ খোৱা পিচতো বিদায় দিম ।

(মহৰীয়ে চাহ দিয়ে, চাহ খাবলৈ ধৰে )

বীৰেন—হেৰা বৰাগী ককাই ! তুমি ইমান শকত আৰু সুশ্ৰী মানুহ জনে ভিক্ষা বৃত্তি কৰি খোৱাই জানো তোমাৰ

জীৱনৰ লক্ষ্য ? তোমাৰ এই বৃত্তি কৰি খোৱাত লাজ লগা নাইনে ?

ৰবাগী—( হুমুনিয়াহ কাঢ়ি ) লাজ ? অৱস্থাই সকলো লাজ মান বিসর্জ্জন দিয়ায় । মোৰ বেদনা কোনে পতিয়াব কাৰ আগত প্রকাশ কৰি কম । জীৱন সংগ্রামত যুঁজি শেষত পৰাজয় বৰণ কৰি উপায়হীন হৈ এই বৃত্তি ধৰি পেট চলাব লগা হৈছে । তুমি ডেকা লৰা কি বুজিবা । দুখীয়াক কোনেও পুছো নকৰে—শিয়াল কুকুৰৰ দৰে জ্ঞান কৰে । এয়ে হৈছে সংসাৰ ।

বীৰেন—তোমাৰ অন্তৰৰ ব্যথা মই উপলব্ধি কৰিব পাৰিছোঁ । তোমাৰ অন্তৰ কোনোবাই পুৰি মাৰিছে ।

ৰবাগী—হয় । জীৱনৰ চাকনৈয়াত মোৰ সকলো হেৰুৱাইছো । আৰু কব নোৱাৰো । ( কান্দে )

বীৰেন—তুমি নেকান্দিবা ৰবাগী । তোমাৰ দৰে আৰিও বহু-দিন কান্দিছোঁ । ময়ো তোমাৰ দৰে গৰীবৰ লৰা । মই আজিৰ পৰা তোমাক ভিক্ষা বৃত্তি কৰিবলৈ নিদিম তুমিও আমাৰ সঙ্ঘৰ সভ্য হৈ আমাৰ আশ্রমত কাম বন কৰি খাব লাগিব । তোমাৰ দৰে দেশৰ হেজাৰ হেজাৰ ভিক্ষাৰী সকলক কামত লগাব পাৰিলেহে উন্নতি হব । ধনী দুখীয়াৰ ব্যৱধান দূৰ কৰিবই লাগিব ।

বণী—এৰা, চহকী দেশ হব লাগিলে সকলোৰে সমভাব আহিব লাগিব । সকলো এক পিতাৰ সন্তান যেতিয়া

ধনী দুখীয়াৰ পাৰ্থক্য থাকিব নেলাগিব। আজি নগৰতো শুনি আহিলো—চৰকাৰেও জমিদাৰী উচ্ছেদ কৰিবলৈ গুণা-গঁথা লগাইছে। যদি কাৰ্য্যকৰী চৰকাৰে কৰে তেনেহলে তোমালোকৰ আন্দোলনো ফলৱতী হ'ল। তেতিয়া হলে ধনী দুখীয়াৰে বা প্ৰভেদ কি থাকিব ?

বীৰেন—হয়—চৰকাৰে এই নীতি অনতি পলমে কাৰ্য্যত পৰিণত নকৰিলে মহা প্ৰলয়ৰ সৃষ্টি হব। নিবনুৱা সমস্যা দিনক দিনে বাঢ়ি গৈ কি ভয়াবহ হৈ আহিছে। ইয়াৰ প্ৰাতকাৰ আমিয়েই কৰিব লাগিব। চৰকাৰক সকলো বিষয়তে আশা কৰি থাকিলে আমাৰ ভুল হব। বৰাগী! তোমাৰ নাম কি ?

বৰাগী—মোৰ নাম ভগৱান।

বীৰেন—সুন্দৰ নাম। আজি ভগৱানক পাইছো যেতিয়া আমাৰ আৰু কিহৰ ভয়। এতিয়া যাওঁ বলা।

বৰাগী—( উঠি ) বলক। ইমান দিনে অনাই বনাই ঘূৰি ফুৰি আজিহে পথ প্ৰদৰ্শক লগ পাইছো যেতিয়া তোমাৰ সঙ্গ নেৰিব।

বীৰেন—আপুনি ৰহিব। সাৰদী থাকিবা। (দুয়ো প্ৰস্থান)

সাৰদী—ভাল ককাই দেউ।

(পিচে পিচে সোমাই বাৰ আন কাষৰ পৰা মতি মহৰী আহে )

মতি—আপোনাক লগ পাবৰ কাৰণে ভকত পাবাৰ মেধি বাহিৰত অপেক্ষা কৰি বৈ আছে।

বলী—মেধি আহিছে—বা ইয়াকে আহিব কগে ।

( মহৰী সোমাই যায় আনকাণৰ পৰা মেধি আহে )

বংশী মেধি—নমস্কাৰ মহাজন ।

বলী—নমস্কাৰ। আপুনি আজি কৰ পৰা ওলালেহি—বহক বহক । মহৰী ! এচিলিম ধঁপাত লগাই আনিবিচোন । পিচে আগমনৰ কাৰণ—

মেধি—ইয়াৰ ভিতৰত ছুদিনো আহি আপোনাক লগ নেপালোঁ। দেবেন বৰাই কিবা আপোনাক কৈছিল নে কি ?

বলী—দেবেনতো মোক একো কোৱা নাই ।

( মহৰীয়ে ধঁপাত দি যায় ) ধঁপাত হোপক ।

মেধি—( ধপাত হুপি ) আজি বালি কাকো বিশ্বাস কৰিব নোৱাৰি ! তাক ইমানকৈ কোৱা স্বত্বেও সি আপোনাক খবৰ জনোৱা নাই । ( এটি হোপা মাৰি দি ) থাওক—

বলী—( ধঁপাত হুপি ) পিচে—কওক—কিয় আহিল ।

মেধি—কওঁ কিবা দোষ হলে ক্ষমা কৰিব । মোৰ ডাঙৰ জনা বাপাক বোধ হয় চিনি নেপায় । সি এতিয়া চিলঙত চেক্ৰেটৰী অফিচত চাকৰি কৰে । এই বেলি তাৰ বিয়াখন পাতিবৰ মানস কৰিছোঁ । আপোনাৰ ছোৱালী জনীৰ কথাই সি কৈছে ।

বলী—মোৰ ছোৱালী ? পিচে আপুনি আহিছে বৰ সন্তোষ পাইছোঁ । মোৰ ছোৱালী জনীৰ নিমিত্তে দৰা মনোনীত কৰা হৈছেই ।

মেধি—হৈছে যদি কি কম। ক'তনো ঠিক কৰিলে ?

বলী—বেছি দূৰৈত নহয় ওচৰতেই। সেই সনাতনৰ লৰা বাবেন কলিতালৈ।

মেধি—কালৰ কি গতি বুজা বৰ টান। এদিন যি সনাতনক ধাৰৰ বাবে লাটি-ঘটি কৰি কিমান মালি মকৰ্দ্দমা কৰিছিল। আজি তাৰ লৰাৰ হাতত ছোৱালী অৰ্পণ কৰিবলৈ ওলাইছে।

বলী—হয়। সনাতনক মই ডেকা কালত নানা অত্যাচাৰ কৰিছিলো ; তাৰে দণ্ড হিচাবেই ছোৱালী দিবলৈ ওলাইছেঁ।। নহলে মোৰ ডঙৰ পাপ হব। মেধি! লৰাজন বৰ অমায়িক। স্বভাৱ চৰিত্ৰও বৰ ভাল।

মেধি—আপোনাক কথা কবৰ বাটেই নোহোৱা হ'ল। যদি পাৰে ভাবি চাওক।

বলী—তেনেকুৱা কথা নকব। সিহঁতক বিচ্ছেদ কৰি মই কতো শান্তি নেপাম! সিহঁতৰ উভয়েৰে প্ৰেম প্ৰশংসনীয়।

মেধি—আপোনাৰ ছোৱালী তাৰ সৈতে সুখত থাকিব পাৰিব নে ? সি পঢ়ি শুনি কাম নেপাই সংৰৰ কামত ঘূৰি ফুৰিছে। সিহঁতৰ কতনো কিমান আঁচনি শুনিলেই হাঁহি উঠে। মোৰ বোধেৰে সিহঁতে আকাশত চাং পাতিবকে খুজিছে—কামত হলে একো নহয়। আপোনাৰ ছোৱালী শেষত কষ্ট পাব যেন দেখিছোঁ।

বলী—যি কৰে ভগৱানে কৰিব ; আমি তাৰ কোনো প্ৰতি-
কাৰ কৰিব নোৱাৰোঁ। জীৱনৰ এই কেইদিনৰ ভিত-
ৰতেই কিমান পৰিবৰ্ত্তন হোৱা দেখিলোঁ—তাৰ সীমা
নাই। সেই বিলাক ভাবিলে কোনো কাম নহয়।

মেধি—এতিয়া দেখো উঠিবহে খোজোঁ।

বলী—ৰব। পোন চাটেই কলৈ যাবলৈ ওলাইছে। আপু-
নিতো আজিৰ মিত্ৰ নহয—বহুদিনৰ। ইমান দুখে
ভাগৰে আহিছে যেতিয়া অলপ জলপান খাই যাব
লাগিব। আহক ভিতৰলৈ যাওঁ।

(দুয়ো সোমাই যায়)

---

## দ্বিতীয় দৃশ্য

[ন্যায-প্ৰচাৰিণী সভা]

(আলি চাহেবৰ বক্তৃতা সভা সভ্যাসকলে মন দি শুনি থাকে)

আলি চাহেব—বহুদিন ধৰি আন্দোলন চলাই থকাৰ ফল
স্বৰূপে আমাৰ কাৰণে খীৰতী বিজাৰ্ভ খুলি দিয়াত
চৰকাৰ শলাগৰ পাত্ৰ হৈছে। এতিয়া আমি উন্নত
পদ্ধতিৰে কৃষি কৰ্ম্মত লাগি খীৰতীৰপৰা অধিক
শস্য উৎপাদন কৰি দেশবাসীক দেখুৱাই বিমোহিত
কৰিব লাগিব। এতিয়া আপোনালোকৰ ওচৰত নিবে-

দন এই যে মোৰ শৰীৰ দিনে দিনে .পৰি আহি আগৰ বল বীৰ্য্য নাইকিয়া হৈছে। সেই কাৰণে সভাপতিৰ দায়িত্বভাৰখন বীৰেনৰ ওপৰতেই অৰ্পণ কৰিলোঁ। আৰু সঙ্ঘৰ সম্পাদিকা সাৰদাক মনোনীত কৰিলোঁ। তেওঁলোকৰ নেতৃত্বত আমি নতুন দেশেৰে কামত আগবাঢিব পাৰিম। (হাততালি দিয়ে) আৰু শুনক বন্ধুসকল আমাৰ সঙ্ঘত মহাজন আৰু তেওঁৰ জীয়েকে—যোগদান দিয়াত—সঙ্ঘৰ তৰফৰ পৰাই জনাইছোঁ। আমি আশা কৰো বলী মহাজনৰ দৰে ধনী মহাজনসকল দুখীয়া ৰাইজৰ হিতৰ কাৰণে আমাৰ মাজলৈ আহি উৎসাহিত কৰি দেশৰ প্ৰগতিৰ অৰ্থে সজ কাম কৰিব। অৱশেষত জনাওঁ যে ধনীৰ দুলালী হৈয়ো ধাৰদীয়ে আমাৰ সমাজক আহি যি আদৰ্শ দাঙি ধৰিছে—তেওঁৰ মনৰ আশা ফলৱতী হওঁক। এয়ে আমি আশীৰ্ব্বাদ জনালোঁ। (বহে)

বীৰেন—(থিয় হৈ) আপোনালোকে অৰ্পণ কৰা গুৰু ভাৰ মই হেলাৰঙে গ্ৰহণ কৰিলোঁ। ৰাইজে আশীৰ্ব্বাদ দিয়ক যাতে আমি সুপৰিচালনাৰে কৰ্ম্মত ৰত হৈ যাব পাৰো। খাৰ'তীত আমি গাইগুটীয়া হিচাবে খেতি নকৰি সমবায় পদ্ধতিৰে খেতি কৰিব লাগিব। তেতিয়াহে আমাৰ উন্নতি হব। মোৰ বিশ্বাস আমি সুশৃঙ্খল ভাবে কেইবছৰমান কাম কৰিব পাৰিলেই তাত আমি

কিবা এটি দেখুৱাব বাইজক পাৰিম। আমি তাঁত ভৈয়ামবাসীসকলেই খেতি কৰিলেই নহব। খাঁৰ তাঁৰ আশে পাশে থকা জনজাতি ভাইসকলকো আমাৰ লগত সুমুৱাই সুবিধা দিয়াব লাগিব। ভাবি চাওক তেওঁলোকে আলু কচুৰ খেতিৰ বাহিৰে আন খেতি কৰিব নজনাৰ ফলত কি হাহাকাৰত দিন নিয়াব ধৰিছে। তেওঁলোকৰ সেই অৱস্থাৰ প্ৰতি কোনোবাই চকু দিছে নে? তেওঁলোকক যদি আমি সাবটি নলওঁ আন পথে গতি কৰিব। তেতিয়া অসমীয়া জাতিৰ কোনো অস্তিত্ব নেথাকিব। আমি তেওঁলোকক সুশিক্ষা দি পৰ্ব্বত ভৈয়াম সম্প্ৰীতি স্থাপন কৰিবই লাগিব।

সাৰদা—(উঠি) সভ্যই মোৰ গাতে সম্পাদিকাৰ ভাৰ অৰ্পণ কৰাত এলগ জনাইছোঁ। মোৰ কৰ্ত্তব্য কাম পালন কৰিবৰ নিমিত্তে যদি কেতিয়াবা জীৱনো আহুতি দিব লগা হওঁ তথাপি পিচ নুহুঁহকি পালন কৰিম। আপোনালোকে মোকো আশীৰ্ব্বাদ দিয়ক যাতে দেশৰ সেৱাত ব্ৰতী হৈ জীৱনৰ দিন কেইটা নিয়াব পাৰোঁ।

ভদ্ৰ—বীৰেন! সৌজন মানুহক—কিয় হাতে ভৰিয়ে বান্ধি আনিছে? কি ঘটনা হৈছে এবাৰ মাতি সোধাচোন।

বীৰেন—এৰা ভিনীহি দেউ! কিনো হৈছে মাত লোৱাই যাওক। (অলপ আগবাঢ়ি) অ' ককাইহঁত? কিনো ঘটনা হৈছে এবাৰ কৈ যা চোন।

( শনিক বান্ধি লৈ কেইজনমান মানুহৰ প্ৰবেশ )

জয়—দীনেশো দেখোঁ। ইয়াৰনো কি হৈছে অ'? কিবা জগৰ লগাইছে নে কি?

দীনেশ—কিনো জগৰ লগাব। আমাৰ কেৰুণীয়া হাটীৰ আটৈৰ ঘৰত সোমাই ইহঁতে সকলো চুৰ কৰি নিছে। ইয়াকেহে ধৰিব পাৰিলোঁ—দলৰ বাকী কেইজন পলাই সাৰিল।

জয়—তেনেহলে ইয়াক পুলিচক গতাই দিবলৈ আনিছা?

দীনেশ—হয়—সেই বুলিয়েই আনিছো। চোৰক এৰি দিয়া ভাল নহয়।

বীৰেন—চোৰক এৰি দিয়া ভাল নহয় সঁচা, সিহঁতক ভাল কৰিবলৈ কেতিয়াবা যত্ন কৰিছেনে? ইয়াক পুলিচত শোধাই দিলে ইয়াৰ চৰিত্ৰ ভাল হব বুলি ভাবে'নে? বৰং ই জেইলৰ পৰা ওলাই আহি আকৌ চোৰ ডকাইতৰ বৃত্তিহে কৰিব। পৃথিৱী যে ঘূৰণীয়া তাৰেহে প্ৰমাণ দেখুৱাব। আজি আমাৰ বন্দীশালত বৃটিছৰ নীতিয়েই চলি আছে। সেই নীতিৰ পৰা আমাৰ কোনো লাভ নহয়। তাৰো নীতি আমূল পৰিবৰ্ত্তন কৰিবৰ দৰকাৰ হৈ পৰিছে। আপোনালোকে ভাবি চাওক—জেইলবিলাকত ৰাজনৈতিক কয়দীৰ বাহিৰে চোৰ ডকাইতেৰেই ভৰপূৰ। সিহঁতৰ কোনো সুব্যৱস্থা নোলোৱাত এক নীতিতেই থাকিব লগা হৈছে। আজি যদি

জেইলবিলাকত কয়দী বিলাকৰ অভিৰুচি মতে কাৰি-কৰী বিদ্যা শিকালেহেঁতেন কেতিয়াও সিহঁতে হুনাই চোৰ ডকাইত নকৰি নিজৰ জীৱিকা উপাৰ্জ্জন কৰিলে-হেঁতেন। অৱশ্যে সিহঁতক মূলধন হিচাবে চৰকাৰে ঋণ দিব লাগিব আৰু সিহঁতৰ প্ৰতি ....ৰ ৰাখিব লাগিব। এতিয়া আপোনালোকক অনুৰোধ কৰোঁ ইয়াক পুলিচক শোধাই দিব নেলাগে—এৰি দি যাওক। ইয়াৰ দায়িত্ব আমি গ্ৰহণ কৰিলোঁ। ই আজিৰ পৰা চুৰ নকৰে—আনি তাক আমাৰ সজ্ঞত সভ্য কৰি লৈ তাৰ অভাব দূৰ কৰাম—কামত বত কৰাম। দেখিম আমি ইয়াক ভাল মানুহ কৰিব পাৰোনে নোৱাৰোঁ।

দীনেশ—ভালেই হ'ল। ইয়াক গতালো—। ( ৰান্ধ খুলি দিয়ে ) আতে! আমি যাওঁৱেই বলক—। আপোনালোক থাকিব।

( আটাই কেইজনৰ প্ৰস্থান )

বীৰেন—ভাল আপোনালোক যাওক—কোনো যেন বেয়া নেপায়। তোমাৰ নাম কি।

শনিয়া—মোৰ নাম শনিয়া। উপাধি চোৰ বুলিয়ে সকলোৰে জনাজাত। ইমান খিনি বয়সতেই চুৰ কৰা অপৰাধত ত্ৰিশবাৰ জেইল খাটিছো। কিমান জন আজি দেশৰ নেতাই মোৰ লগত একেলগে জেইল খাটি ডাঙৰ মানুহ

হৈছে। ময়ো তেওঁলোকৰ পথত চলাহলে আজি কি নহলো হয়। মুঠৰ ওপৰত মোৰ দৰে কেইজন মান চোৰ ডকাইতৰ পৰাহে জেইলখন কোনো প্ৰকাৰে চলি আছে। আমি সোমালেহে জেইলখন অলপ গৰম হয়। সি যি কি নহওক আজি মই পোহৰ দেখা পাইচোঁ। ইমান দিনে অন্ধকাৰত ডুব গৈ আছিলোঁ। জীৱনত আজিৰ দৰে মৰম কৰো পৰা পোৱা নাছিলোঁ। আজি আপোনালোকৰ আগত শপত খাই কৈছো আগৰ কুবৃত্তি পৰিত্যাগ কৰি আপোনালোকৰ নিৰ্দ্দেশ মতে চলিম। আতৈৰ সম্পত্তিবোৰ ঘূৰাই দিম আৰু আমাৰ দলৰ আটাই কেইজন চোৰকে ইয়ালৈ আনি শপত খুৱাই মানুহ কৰাম।

দণ্ডেশ্বৰ—মোৰ বিশ্বাস আমি সকলো বিষয়তে জয়ী হব পাৰিলে ৰাম-ৰাজ্য হোৱাত বেচি দিন নেলাগিব।

আলি চাহেব—এৰা,—তোমালোকেই মহাত্মাজীৰ সপোনৰ ৰাম-ৰাজ্য দিঠকত পৰিণত কাৰব লাগিব। আজিতো গান্ধী নাই।

দণ্ডেশ্বৰ—আলি চাহেব! চাই থাকোতে দেখো ৰামায়ণৰ সীতা-হৰণ পৰ্ব্ব মিলেই এতিয়া।

সাৰদী—ককাইহঁত! সেই গাভৰু জনীক কি প্ৰকাৰে লঘু-লাঞ্চনা কৰি ডেকাকেইজনে আনিব ধৰিছে চাওক। এই বিলাক দৃশ্য দেখিলে আপোনালোকৰ দুখ নেলাগেনে?

আলি চাহেব—এৰা—সাবদী ! মাতৃজাতিৰ অপমান সহ্য কৰি থাকিব নোৱাৰি । আজিৰ যুগতো নাৰীৰ বাটে-ঘাটে অপমান ? মহেশ ! তুমি দৌৰি গৈ সিহঁতক আমাৰ সজ্জৰ মেম্বাৰসকলে মতা বুলি কোৱাগৈচোন ।

মহেশ—ভাল মই সিহঁতক ইয়ালৈ আনিম । ( দৌৰ মাৰি যায় )

বীৰেন—আলি চাহেব ! আজি মই অভিনয় চোৱাৰ দৰেই হৈছোঁ । প্ৰথম অঙ্কৰ প্ৰথম দৃশ্যটি শেষ হোৱাৰ লগে লগেই দ্বিতীয় দৃশ্যটিও আৰম্ভ হলেই । চোৱাই যাওক কিনো হয় । হেৰা ককাইহঁত ! গাভৰু জনীয়েনো কি অপৰাধ লগাইছে । এবাৰ ইয়ালৈ আহি আমাকো বিতংকৈ কোৱাচোন ।

( গোলাপীক লৈ কেইজনমান ডেকাৰ প্ৰৱেশ )

প্ৰথম মানুহ—কিনো কম—কবলৈ লাজেই লাগে । এই বেশ্যা-জনীয়ে আমাৰ নাক-কাণ কাটিলে ।

দ্বিতীয় মানুহ—হয় । এইজনী আমাৰ গাওঁখনত সোমাই সমাজখনকে নষ্ট কৰি থান্-বান কৰিলে । ৰ ইজৰ হুকুম-মতে এইক ইপাৰৰপৰা সিপাৰ কৰি থৈ আহিব লাগে ।

সাবদী—ইপাৰৰপৰা সিপাৰ ? তাইক বনবীয়া ইতৰ জন্তুৰ দৰে এৰি দি আহিবা । তাইৰ কাৰণেও দেশৰ মাটিত স্থান নাই । ইয়ে হৈছে সমাজৰ সূক্ষ্ম বিচাৰ । ভদ্ৰ ককাই ! আপুনিয়েই ঘটনাটো এবাৰ লোধকচোন কি হৈছে ?

ভদ্ৰ—( হাঁহি ) তুমিও মোক আজিও ককাই বোলাতে আছানে ? দুদিনৰ পিচত ভিনীহি বুলিবই লাগিব দেখোঁ। সেই কাৰণে আজিৰপৰা মোক ভিনীহিদেউ বুলি মাতিবা। কি কোৱা ধীৰেন ?

ধীৰেন—এতিয়াতো মাতিব লগা হোৱা নাই। যেতিয়া হয় মাতিব। এতিয়া ঘটনাটোৰ আঁত লওক।

ভদ্ৰ—এইবিলাক তোমালোক ডেকাসকলৰ কাম। আমাকহে জুলুম কৰা। বাক,—গাভৰুজনী ! তোমাৰ নাম, ক'ত থাকা—কি ঘটনা হৈছে একালৰ পৰা বৰ্ণাই কোৱা ? তোমাৰ কোনো ভয় নাই। আমি আছোঁ।

গোলাপী—ককাইহঁত। মোৰ নমস্কাৰ গ্ৰহণ কৰিব। অভাগীৰ নাম গোলাপী। মোৰ ঘৰ সঠিক ক'ত মই নিজেই কব নোৱাৰোঁ। মাত্ৰ ইমানেই জানো সকতেই আই বোপাই ঢুকোৱাত মোক কোনোবাই ৰংপুৰৰ নবীন ঠিকাদাৰৰ তাত কাম-বন কৰাকৈ থয়। যেতিয়া মই যৌৱনৰ দুৱাৰ দলিত প্ৰৱেশ কৰিলোঁ তেতিয়া মোৰ কণত ঠিকাদাৰ বলিয়া হৈ মোক প্ৰেম ভিক্ষা খুজিলে পোনপ্ৰথমতে মোক মান্তি কৰাব পৰা নাছিল। তেওঁৰ কুচলনিত পৰি মরে পৰাজয় বৰণ কৰিবলগীয়া হওঁ। জানেই নহয় আমাৰ তিকতাৰ মন চঞ্চল। যৌৱনৰ পাঁচ বছৰ পিচত ঠিকাদাৰৰ লগত মোৰ গা-নবিয়া হয়। সমাজত কথাটি ৰাষ্ট্ৰ হৈ বিচাৰ আৰম্ভ হ'ল।

মই সমাজক প্ৰকৃত কথাই কৈছিলোঁ। কিন্তু ঠিকাদাৰে ভুল বাটেৰে সমাজক বুজোৱাত মোকে দোষী কৰে। সমাজে বিচাৰ কৰি ৰায় দিলে যে মোৰ গা খালাচ হোৱাৰ এমাহৰ পিচত বামুৰ লগত থাকিব লাগিব; নহলে ইয়াৰপৰা কৰবালৈ গুচি যাব লাগিব।

ভদ্ৰ—বামুৰ যে কথা কলা সি কোন ?

গোলাপী—বামু ঠিকাদাৰৰ চাকৰ। আগেয়ে কোনো বাগিচাৰ কুলী আছিল। তাৰ লগতেই ঠিকাদাৰে মোৰ গণ্ডগোল হোৱা বুলি বাইজক কৈছিল। কিছুদিনৰ পিচত মোৰ গা খালাচ হ'ল। সন্তানটিও লগতে মৰিল। এমাহৰ পিচত বাইজ আকৌ বহি মোক বামুৱে ৰাখিলে থাকিম নে নেথাকিম সুধিলে। মই বাইজক কলো যে মোৰ লগত ঠিকাদাৰৰেহে গণ্ডগোল হৈছিল। তেওঁ ৰাখে যদি মই থাকিম আন কাৰো তাত নেথাকো। তেতিয়া ঠিকাদাৰৰ কিছুমান মানুহে মোক ইতিকিং কৰি কবলৈ ধৰিলে যে বেটীক ভদ্ৰলোক বৰ লাগে। অৱশেষত বাইজৰ নিৰ্দ্দেশমতে আজি মোৰ এই দশা হৈছে। আৰুনো কিমান কম—বহু কথাই প্ৰকাশ কৰিব পৰা নাই। মোৰ দুখময় কাহিনী কিমান শুনিব। ( কান্দে )

বীৰেন—উঃ সমাজৰ কি অন্যায় বিচাৰ। এতিয়াও আঁৰ-পটত সমাজৰ অন্যায় বিচাৰ চলিয়ে আছে। দোষীক শাস্তি দিব নোৱাৰি নিৰপৰাধী ছোৱালীজনীৰ ওপৰত

জোৰ জুলুম। ধন্য আমাৰ সমাজ, ধন্য মুখা শিক্ষা ভদ্রলোকৰ জঘন্য আচাৰ। দেশৰ মেৰুদণ্ড হৈছে গাঁও। তাৰ কুসংস্কাৰবোৰ আঁতৰাব নোৱাৰিলে দেশৰ উন্নতি নহয়।

সাৰদী—গোলাপী বাইদেউ! তুমি বৰকৈ কান্দিছা। নেকান্দিবা মানুহৰে দোষ গুণ হয়। তুমি সিপাৰ হৈ যাব নেলাগে। আমাৰ আশ্রমতে কানি-কাপোৰ বই দুবেলা দুমুঠি খাই লৈ থাকিব পাৰিবা। আমাৰ সমাজৰ অদৰকাৰী মানুহৰ কাৰণেই এই আশ্রম স্থাপন কৰা হৈছে। তোমাৰ কোনো দুখ নহয়। আজিৰ পৰা তুমি মোৰ বাইদেউ হলা। ককাইহঁত! এওঁক আমি ৰাখিলে আপোনালোকৰ কিবা আপত্তি আছেনে?

প্রথম মানুহ—একো আপত্তি নাই আই। ঠিকাদাৰেই বিশ্বাসঘাতকতা কৰি গোলাপীৰ এই দশা কৰিছে। সমাজৰ বৰমূৰীয়াৰ হুকুম মতেহে তাইক এই দৰে আনিব লগা হোৱাত আমিয়েই ভীষণ লাজ পাইছোঁ। কি কৰিম? আমি সমাজত সৰু মানুহ। আমাৰ ন্যায় কথাও নবহে।

বীৰেন—সমাজৰ সেই ভুল আমিয়েই চূৰমাৰ কৰি ভাঙি পেলাব লাগিব। আপোনালোক এতিয়া যাওক—গোলাপীক আমি সাদৰী লৈছো। সাৰদী! চোৱা তোমাৰ কিমান ভাগ্য। তুমি আজি এজনী বায়েৰা পালা

ভদ্ৰ—তেনেহলে তুমিওতো এজনী জেপাহু পালা।

(সকলোৱে হাঁহে)

বীৰেন—এতিয়া যাওঁ বলক। অহা সপ্তাহঃত দিন বাৰ চাই থীৰতীলৈ যাত্ৰা কৰিব লাগিব। সকলো সাজুহৈ থাকিব

( পট পৰে )

## তৃতীয় দৃশ্য

অৰণ্য

( ধীৰসিং সহ ডকাইতবিলাকে মদ্য পান কৰি থাকে )

ধীৰসিং—ভাইহঁত! আমাৰ এই প্ৰদেশখন কি মনোৰম। যিপিনেই চোৱা সেইফালেই প্ৰাকৃতিক দৃশ্যৰে ভৰপূৰ। আজি দহ বছৰে ইয়াৰ মাজত থাকি আমাৰ অভিযান চলাই বৰ ভাল লাগিছে।

মোহনসিং—চৰদাৰে কি খন কয়। এইখন তো প্ৰদেশ নহয় এইখন দেশ। চৰদাৰৰ বোধ হয় ভূগোল বিষয়ত সিমান বাপ নাই। মই কওঁ শুনক যিদৰে বহুত কেইখন প্ৰদেশ লগ লাগি ভাৰতবৰ্ষ এখন দেশ হৈছে, ঠিক সেইদৰে আমাৰো এই ঠাইত প্ৰত্যেক প্ৰদেশৰ নেতাসকল ঐক্যবদ্ধ হৈছে। যেতিয়া এইখন এখন দেশত পৰিণত হোৱা বুলিছে ধৰি লব লাগিব।

আনপিনে দেশত থাকিব লগীয়া বহুবেৰো আমাৰ ইয়াতেই আছে। টকা পইচাৰ কোনো অভাৱ নাই। গোটেই দুনীয়াৰ বজা জমীদাৰৰ লুট কৰি অনা ধন আমাৰ হাতত্তেই।

জালালউদ্দিন—এৰা আমাৰ হাতত্তেই। বৰ্ত্তমান আমাৰ কোনো অভাৱ অভিযোগ নাই। এতিয়া আমি ডকাইতি নকৰি বহিয়ে খাব পৰা হৈছোঁ। ভাৰত চৰকাৰে ৰামৰাজ্য প্ৰতিষ্ঠা কৰিবলৈ উঠি-পৰি লাগিছে। তেনেহলে আমি আগধৰিয়ে জনাব পাৰো যে আমিয়ো ইয়াত ৰামৰাজ্য প্ৰতিষ্ঠা কৰা বুলি।

বীৰ সিং—বাঃ বাঃ ডকাইতেও ইমান গভীৰ আলোচনা কৰিব পাৰে বুলি মই ভাবিয়ে পোৱা নাছিলোঁ। ঠিক আমাৰ এইখন ৰাম-ৰাজ্যই হৈছে। টোপনি মাৰি থাকিলেও আমাৰ বস্তু কোনো চোৰ ডকাইতে নিব নোৱাৰে।

চাৰমেন—পিচে ৰাম-ৰাজ্য হৈছে সঁচা। ৰামেতো সীতাক হৰণ কৰা নাছিল—ৰাৱণেহে হৰিছিল? আমিওতো সীতাৰ দৰে কিমান বিলাক ধুনীয়া ছোৱালী হৰণ কৰি আনিছোঁ তাৰ সীমা নাই। গতিকে—আমাৰ এইখন ৰাৱণ ৰাজ্যহে হব। অৱশ্যে মই কোৱাত আপোনালোকে পাহাৰী বুলি ইতিকিং কৰিব পাৰে। অলপ দকৈ ভাবি চাওকচোন। আজি ৰাৱণ নেথা-

কিয়েও তেওঁৰ দৰে হাজাৰ বিজাৰ ৰাৱণ জীয়াই থকা নাইনে? আমিও দেখো একোজন ৰাৱণ। মোৰ ভয় হয়—ৰাৱণক ধ্বংস কৰাৰ দৰে আমাকো কেতিয়াবা কোনো ৰাম ওলাই ধ্বংস কৰে বুলি।

ধীৰ সিং—ভীক পাহাৰী তই। ইমান দিনে ডকাইতি কৰিও তোৰ ভয় নগল। শৰ্ম্মা? পাহাৰীৰ বুকুত ভয় সোমাইছে। তাক গৰম কৰি দিয়া, ভয় মৰি যাওক। প্ৰভুৰ প্ৰসাদ আছে নে নাই।

শৰ্ম্মা—কিয় নহব। বজাৰ ভাণ্ডাৰত জানো কিবা বস্তুৰ অভাৱ হয়—এই খাওক।

( প্ৰত্যেককে মদ ঢালি খুৱাবলৈ ধৰে )

ধীৰসিং—ভাৰতৰ প্ৰত্যেক প্ৰদেশতেই আমাৰ অভিযান সমাপ্ত-প্ৰায়। এতিয়া মাথো বাকী অসম। আজি মোৰ মনত পৰিছে ডকাইত গুৰু বলী মহাজনলৈ। পিতাৰ সকলো সম্পত্তি বাৰে বাৰে কাঢ়ি নিয়ো তাৰ হুতাহ নপলাল। মেদ যোৱা দলিনবো সি সুতৰ বাবদ মোৰ পৰা ডকাইতি কৰি দহ টকা কাঢ়ি লয়। সেই দিনৰ পৰাই সি মোৰ জীৱন পণ্ড কৰি দিছে। তাৰ দৰে মহাজন দেশত নেৰাখিম। সিহঁতক ধৰি আনি গৰম তেলত পেলাই পুৰি মাৰিম। এইবাৰ সাৱধান হোৱা বলী মহাজন। তোৰ ওপৰত ভীষণ প্ৰতিশোধ

লম ! তোক বাটৰ ভিকছু কৰিছে এৰিম'। তেতিয়া বুজিব পাৰিবি ধীৰেন কি ভয়াবহ দস্যু, কি ডকাইত।

জালাল—চৰদাৰৰ নামটি আজি দেখো অলপ বেলেগ ধৰণে প্ৰকাশ কৰিলে। তেনেহলে আপোনাৰ নাম ধীৰেন ?

ধীৰসিং—এৰা, মোৰ নাম ধীৰেন। ডকাইতৰ বৃত্তি অৱলম্বন কৰাৰ পৰাহে ধীৰসিং নাম লৈছোঁ। জালালউদ্দিন। আজি মোৰ অতীতৰ কথা মনত পৰি প্ৰতিহিংসাৰ ভাব জাগি উঠিছে।

মোহন—অতীতৰ কথা বাদ দিয়ক চৰ্দ্দাৰ। অতীত অতীতেই তাক ঘূৰাই অনা টান। শৰ্ম্মা ! আমাৰ চৰ্দ্দাৰৰ মনৰ গতি সিমান ভাল নহয়। নাচনীহঁতক মাতি আনি অলপ আমোদ প্ৰমোদেই লগাই দিয়ক।

শৰ্ম্মা—এৰা,—মই সিহঁতক সজাই পৰাই লৈ আহোঁ—।

( ভিতৰ সোমাই যায় )

জালাল—বাজানাদাৰসকল ! নাচনীহঁত আহি পালেই। তোমালোকে এনে বাদ্য বজাবা—যাতে সিহঁতৰ নৃত্যত কোনো অসুবিধা নহয়।

( বাদ্য বাজি উঠে, নাচনীহঁতে নৃত্য কৰি কৰি প্ৰবেশ )

শৰ্ম্মা—( নৃত্যৰ শেষত ) বাঃ বাঃ সুন্দৰ, অতি সুন্দৰ নৃত্য। সেই দিনাখন পাহাৰত দেখি অহা নৃত্যতকৈ আজিৰ নৃত্য উচ্চ খাপৰ হৈছে।

ধীৰসিং—এৰা—এইখনে আমাৰ পৰ্ব্বত ভৈয়ামৰ মিলনভূমি নহয় জানো ? নাচনীহঁত ! এইবাৰ নৃত্য-গীত একে লগে কৰা—

## নৃত্য-গীত

ধৰা ধৰা সুৰা

হোৱা মতলীয়া ।

কুঁ কুঁ-কৈ কুলিয়ে মাতিছে

আমাৰ মন প্ৰাণ উতলা,

দেখা দিয়ে তুমি গলা কেনেকৰি

আমি যে তোমাৰ বলিয়া ।

ধীৰসিং—সুন্দৰ—অতিসুন্দৰ তোমালোকৰ নৃত্য-গীত । এতিয়া যোৱা বিশ্ৰাম কৰাগৈ । (নাচনীহঁতৰ প্ৰস্থান)

মোহন—চৰদাৰ ! আমাৰ তৃতীয় দলটি আজিও ফিৰি নাহিল । কাৰণ বুজিব পৰা নাই । কৰবাত অপায় অমঙ্গল হৈছে নেকি ?

ধীৰসিং—হবও পাৰে—কোনো ঠিক নাই । শুনিবলৈ পাইছোঁ চৰকাৰেও হেনো ডকাইত দমন অভিযান আৰম্ভ কৰিছে । কৰক, কোনো চিন্তা নাই । কিন্তু মোৰ লক্ষ্য সিহঁতৰ হাতত কেতিয়াও বন্দী নহম । যদি আত্ম-ৰক্ষা কৰিব নোৱাৰোঁ শেষত নিজে নিজেই মৰিম । এয়ে মোৰ দৃঢ় পণ । এতিয়া জগত নিটাল মাৰিছে । আমি কৰ্ত্তব্যত অগ্ৰসৰ হওঁগৈ বলা ।

(আটাইবিলাক থিয় হৈ যাবলৈ ধৰে)

পট পৰে

## চতুৰ্থ দৃশ্য

### ভদ্ৰেশ্বৰৰ ঘৰ

( সনাতনৰ প্ৰবেশ )

সনাতন—অ' আই আৰতি! আৰতি। তই ক'ত সোমাই আছ ওলাই আহ।

( আৰতিৰ প্ৰবেশ )

আৰতি—পিতা দেখো। অসময়ত ক'ৰ পৰা ওলাল। আজি কালি পিতাক মাতি মাতি আনিবই নোৱাৰা হৈছোঁ।

সনাতন—( পীৰাত বহি ) বাপুটো ক'ত?

আৰতি—এই মাত্ৰ সি টোপনি গ'ল।

সনাতন—শাহুৱেৰা কেনি গ'ল?

আৰতি—তেওঁ সূতাৰ টকুৰাটো লৈ মহেশহঁতৰ তালৈ গৈছে। মহেশ হেনো বিজ্ঞার্ডৰপৰা কালিয়েই অহা বুলি জানিব পাৰি আমাৰ তেওঁৰো খবৰ বাতৰি লোৱা হিচাবেই গৈছে।

সনাতন—আই! তই নহাৰ কাৰণে বেজাৰে পাইছ। কি কৰিম, অকলশৰীয়া জীৱন, অ'ৰ কুটা ডাল ত'ত থওঁতেই দিনটো যায়। পিচে আজি কালি তোক বৰ কামিলা হোৱা যেন দেখিছোঁ।

আৰতি—( তামোল পাণৰ বটা আনি আগ বঢ়াই দি ) তামোল কাটক পিতা! সময়ৰ সোঁতেই কাম বন

কৰাবলৈ শিকাইছে। নিজৰ কাম নিজে নকৰিলে কোনে কৰি দিব আহি।

সনাতন—( তামোল কাটি ) এৰা আই! নিজৰ কাম কাজ কৰি খোৱাত একো লাজ নাই। আমাৰ গাঁৱলীয়া সকলৰ ইয়াতেই বাহাদুৰী। পিচে এডি কাপোৰ যোৰা বেচিব পাৰিলি জানো?

আৰতি—হয় পিতা—দৰে সস্তাই বিকিয়ে দিলোঁ।—কেইদিনমান ৰাখিব পাৰিলে আৰু কেটকামান বেচি পালো-হেঁতেন। কি কৰিম হাত-খালি মানুহ। মুঠতে এশ টকাতে বিক্ৰী কৰিলোঁ।

সনাতন—( তামোল চোবাই ) বেয়া হোৱা নাই। ভাল দৰতেই বেচিলি আই। এশ টকা কম বস্তু নহয়। কাপোৰবো দৰ পৰা বুলি সেই দিনাখন হনুমান বাবুৱে কোৱা শুনিছোঁ। ই যোৰাৰ কিমান খিনি পাইছে।

আৰতি—ই যোৰাও সোনকালেই ওলালহেঁতেন। লৰাটোৰো মাজে সময়ে অসুখ তাৰোপৰিও জোঁৱায়েৰাৰ অনুৰোধত আমাৰ সজ্ঞৰ বয়ন বিভাগতো মাজে সময়ে গৈ দিহা পৰমৰ্শ দিব লগা হোৱাত ভালে কেইদিনো শাল থকি হৈছে। সি যি নহওক পিতা—বীৰেনে যে সজ্ঞক ইমান উন্নতি কৰিব, সপোনবো অগোচৰ। নিৰাশ্ৰয়া বাই ভনীসকলৰ নিমিত্তে বয়ন বিভাগটো খোলাত বীৰেন শলাগৰ পাত্ৰ হৈছে।

সনাতন—মই বহুদিন তালৈ যাবই পৰা নাই। বীৰেনক সুধিলেও মুখৰ ভিতৰত কিথন কয় বুজিবই নোৱাৰোঁ।! যাক, সম্ভৱত যে কিছুমান নামজাদা চোৰ ডকাইত সুমুৱাই লৈছিল—সিহঁতক জানো মানুহ কৰিব পাৰিছে?

আৰতি—সিহঁতৰ আগৰ চৰিত্ৰ একেবাৰে পৰিবৰ্ত্তন হৈছে। সিহঁতৰ অভিৰুচি মতে কামত লগোৱাত প্ৰত্যেক জনে একোজন সুনিপুণ শিল্পী—খেতিয়ক হৈ পৰিছে। খীৰতীৰ ঘৰ-দুৱাৰ সজা হলেই আগধৰি সজ্বৰ সকলো শাখা এবছৰৰ ভিতৰতে স্থানান্তৰ কৰিব বুলি শুনিছোঁ।

সনাতন—সজ্বৰ শাখা কিয় গোটেই ৰাইজ তালৈ উঠি যাব পাৰিলেহে ৰক্ষা। ব্ৰহ্মপুত্ৰৰ গৰাখহনীয়াই কেইবাৰনো আমাক মুঠ্‌ৱালে। বাৰিষা হলে সাগৰৰ মাজত থকাৰ দৰে থাকি কিমান যাতনা ভুগিবা। খেতিবাতি কাৰও কোনো সুফল নেপাব। মৰুভূমিত থাকিলেনো কি হব। ভগৱানে কোঁতয়া তালৈ নিয়ে, তাকেহে চিন্তি আছোঁ।

আৰতি—পিতা! মোৰ বিশ্বাস হয় আমাৰ সজ্বই যি প্ৰণালীত কাম কৰি ৰাইজক দেখুৱাইছে নিশ্চয় দেশৰ পৰিবৰ্ত্তন আনিব।

সনাতন—আমিও তাকেই কামনা কৰোঁ। বাচাইতে তাত পাঁচ বছৰমান ক্ৰমান্বয়ে খেতি কৰি ভাল ফল পালে কিবা এটি নতুনত্ব ৰাইজক দেখুৱাব। মোৰ বোধেৰে তাত সকলো খেতিয়েই ভালদৰে চলিব।

আৰতি—অ'—পিতাক সুধিবলৈ পাহৰিয়ে আহিছোঁ। সেই দিনাখন আপুনি বোলে মহাজনৰ তালৈ ছোৱালীজনী চাবলৈ গৈছিল. হয় নে ?

সনাতন—এৰা,—গৈছিলোঁ ? ছোৱালীৰ ৰূপগুণ সকলো ভালেই দেখিছোঁ। পিচে বহুতেই পূৰ্ব্বৰ আখেজৰ কাৰণে ছোৱালী ধৰিবলৈ মানা কৰে।

আৰতি—আপুনি বাহিৰা মানুহৰ কথা শুনিব পিতা। বীৰেন আজিৰ লৰা হলেও মহাজনৰ পূৰ্ব্বৰ চৰিত্ৰ কি প্ৰকাৰে পৰিবৰ্ত্তন কৰি তেওঁক আজি মানুহ কৰিলে। মহাজনৰো আমাৰ প্ৰতি কোনো কু-ভাব নাই। বীৰেনক নিজৰ লৰাৰ দৰেই এঘণ্টা সময় নেদেখিলেই থাকিব নোৱাৰে। ছোৱালীজনীয়েও বীৰেনক বৰ ভাল পায়। তাক নেদেখিলেই থাকিব নোৱাৰে। ছোৱালীজনীৰ কঠোৰ পৰিশ্ৰম দেখিলেই অবাক হব লাগে। মোৰ একোবাৰ ধাৰণা হয় ধনী আৰু দুখীয়াৰ ব্যৱধান দূৰ কৰিবলৈ সিহঁত দুয়ো ঈশ্বৰ প্ৰেৰিত দূত হিচাবে জন্মগ্ৰহণ কৰিছে। সিহঁতক বিচ্ছেদ কৰিলে আমাৰ মহাপাপ হব। সিহঁতক মিলন কৰি দিব পাৰিলে উভয়ে চিৰসুখী হব।

সনাতন—জন্ম-মৃত্যু বিবাহ দেবেও নাজানকি বুলি শাস্ত্ৰে কৈছে। যাৰ কপালত যি লিখা আছে সেয়েহে ফলিব আমি কোৱা-মেলা কৰি থাকিলেও একো নহব

অ' আই ! ভদ্রৰ নাম লৈ থাকোতেই সি লৌটো আহি পালেই। ভালেই হ'ল। আহা বাপা! তোমাৰ নামকে উলিয়াই আছিলোঁ। তোমালোকৰ মঙ্গল তো?

[ ভদ্রৰ প্রবেশ ]

ভদ্র—নমস্কাৰ দেউতা। আপুনি কেতিয়া আহিছে।

সনাতন—আহিবৰ ভালেমান সময়ে হ'ল। যোৱা আই। বাপা বৰ ক্লান্ত হৈ আহিছে। কিবা অলপ খোৱাৰ দিহা কৰাগৈ। বীৰেনৰ কি খবৰ? তাৰ ভাল নে?

ভদ্র—হয়। সিয়ো আহিবই খুজিছিল। নগাঁৱৰ বাইজৰ সাহায্যৰ কাৰণে দান বিচাৰি গাঁৱে গাঁৱে ঘূৰি ফুৰিব লগা হৈছে। যোৱা শুকুৰবাৰৰ বতাহ কি ৰকম হৈছিল? নগাঁৱৰ ফালে ভীষণাকাৰে হৈ মানুহৰ ঘৰবাৰী উৰুৱাই নি হাহাকাৰ লগাইছে। তাৰ বুঢ়া মানুহ এজনৰ মুখৰপৰা শুনিছোঁ—তেনেকুৱা বতাহ তেওঁৰ জীৱনত বোলে হোৱা দেখা নাছিল।

সনাতন—আমাৰ এইফালে মঙ্গলীয়া ধৰণেৰে বতাহ বলিছিল। কোনো অনিষ্ট হোৱাৰ বা-বাতৰি পোৱা নাই। অসমত প্রত্যেক বছৰে বানপানী আৰু বতাহে বৰ উৎপাত লগাব ধৰিছে। তেনেহলে বীৰেন নগাঁৱলৈয়ো যাব?

ভদ্র—হয়। তাৰ বাইজক সহায় কৰিবৰ নিমিত্তেই কেইজনমান যাব।

সনাতন—কোন—কোন যোৱাৰ কথা?

ভদ্ৰ—বীৰেন্দ্ৰ সাৰদী, গোলাপী, মতি মহৰী, আৰু দণ্ডেশ্বৰ বোৱাৰ কথা আছে।

সনাতন—বাপা! মতি মহৰী বোলা জন কোন?

ভদ্ৰ—আপুনি তাক চিনি পোৱা নাই নে? সেই বলী মহাজনৰ চাকৰজন। মহাজনে তাকো সজ্যৰ কাম কৰিবলৈ আমাক দিছে। আমাৰ মাইজে এটি কথা আলচি আছে। বীৰেন সাৰদীৰ বিয়াৰ লগতে মতি গোলাপীৰো বিয়াখন পাতি দিবৰ কথা আছে।

সনাতন—বীৰেনৰ নো কেতিয়াবা বিয়া পাতিব পাৰিম নে? আই! তই দেখো কথা শুনিয়ে থাকিলি। যোৱা বাপাক কিবা অলপ দিয়াগৈ।

আৰতি—হয়, কথা শুনিয়ে ভধা লাগি আছোঁ। আপোনাৰ কিবা অসুখ হৈছিল নে কি? বৰকৈ ক্ষীণাইছে।

ভদ্ৰ—কামৰ হেঁচাতেই। যোৱাঁ এলোটা আগধাৰ পানী আনি দিয়া। ভৰি হাত কেইখন পখালি উঠোঁ।

(আৰতি সোমাই যায়)

সনাতন—বাপা! কামবনো তাত কিমান আগবাঢ়িছা?

ভদ্ৰ—দেউতা! মাটি ভঙা কাম প্ৰায় শেষ যে। কেই-দিন মানৰ ভিতৰতে আহু আৰু মৰাপাট পেলাব পাৰিম বুলি ভাব হয়। ঈশ্বৰে কৰিলে বৰ বঢ়িয়া ঠাই হব। সকলো খেতিয়েই তাত চলিব।

সনাতন—তাত খেতি-বাতি নহবৰ কোনো কাৰণ নাই। আমি পিতাইতৰ মুখৰপৰা শুনিবলৈ পাইছোঁ—তাত

এখন গাঁৱেই আছিল। সেই গাঁৱৰ খেতি-বাতিৰ শস্যৰ পৰাই অসম বজাৰ ডা-ডাঙৰীয়া সকল জীয়াই আছিল। মান ভগনীয়াৰ সময়তে সেই গাঁও উচ্ছন্ন হয়। মই আশা কৰোঁ তোমালোকে তাত খেতি কৰি সুফল দেখুৱাই চৰকাৰকো চমক লগাব পাৰিবা।

ভদ্ৰ—আমি মাটি ভাঙি যিমান বুজিব পাৰিছো আপুনি কোৱাৰ দৰে তাত যে আগেয়ে এখন গাওঁ আছিল সেইটো ঠিক। যোৱা ভূমিকম্পৰ পিচৰ পৰাই ব্ৰহ্মপুত্ৰৰ ঘোলা পানী বাগৰি যোৱাতো মাটিবোৰ বেছি সাৰুৱা হোৱা যেন বোধ হয়। এতিয়াই তাৰ মাটিৰ গচ দেখিলেই মন প্ৰাণ শাঁত পৰি যায়।

সনাতন—পিচে তাত থকা-মেলাৰ নিমিত্তে ঘৰৰ কি ব্যৱস্থা কৰিছা।

ভদ্ৰ—সম্প্ৰতি অস্থায়ী হিচাবে কিছুমান ঘৰ লখিমী নদীৰ পাৰে পাৰে সজোৱা হৈছে। তাত অতি কমেও পঞ্চাশ ঘৰ মান মানুহ থাকিব পাৰিম। বস্তিৰ মাটিৰ কাৰণে কোনো চিন্তা নাই। অনেক মাটি পৰি আছে। ঈশ্বৰে কৰিলে তাত কোনো বিষয়তে অসুবিধা নহব। যাতায়তৰ পথো সুগম হব। ট্ৰাঙ্কৰোড—ৰেলষ্টেছন নিচেই কাষতে। তাৰ জলবায়ু যি ৰকম দেখা গৈছে স্বাস্থ্যৰ ফালেও ভাল হব।

সনাতন—বোপা ! তোমাক এটি কথা সোধো—কিবা জানা যদি কবা। দেশত বজা জমীদাবৰ কিমান মাটি এতিয়াও পৰি থকা স্বত্বে কিয় বিৰ্জাত ভাঙি খেতি কৰিবলৈ ওলালা ?

ভদ্র—আপোনাক থোৱাতে কওঁ—চৰকাৰক আমি এইটোৱে দেখুৱাব খুজিছোঁ যে প্রকৃত খেতিয়কৰ হাতত মাটি থাকিলে উৎপাদন বঢ়াই দেশৰ উন্নতি কৰিব পাৰিবনে নোৱাৰি। সেই কাৰণে আমি জমীদাৰসকলৰ লগত কাজিয়া নকৰি চৰকাৰৰ আইনৰ দ্বাৰাই জমিদাৰী উচ্ছেদ কৰি প্রকৃত খেতিয়কক মাটি দিব লাগে বুলি আমি আনফালে আন্দোলন চলাই আছোঁ।

সনাতন—এইটো তোমালোকৰ শান্তি আন্দোলন হৈছে। আমাৰ দেশত বিৰিজাকে হালকোৰ নেমাৰে, যিসকলে আভিজাত্য বুলি পৰিচয় দিয়ে তেওঁলোকক মাটি কিয় ? হাল বাদেই দেখো জাত যায়। তোমালোকে এইবোৰ কথা চৰকাৰক জনাব পৰাত আমি বৰ বং পাইছোঁ। পিচে বিজার্ভত খৰচ পাতিব কি ব্যৱস্থা কৰিছা ?

ভদ্র—বীৰেনৰ বুদ্ধি পৰামৰ্শ মতে সকলো খৰচ বলী মহাজনেই বহন কৰিছে। তেওঁৰ কথা ভাবিলে আচৰিত হব লাগে। বুৰঞ্জীৰ অশোক বজাৰ লগত বিজাব পাৰি। আজি বলী মহাজনৰ দৰে দেশৰ ধনী মহাজন, জমিদাৰ

সকলবো মনৰ গতি জেনেকুৱা হলে শান্তি ৰাজ্য সহজতে স্থাপন হলহেঁতেন। এতিয়া সেইবোৰ আলোচনা এৰিলোঁ। বীৰেনৰ বিয়াখনৰ বিষয় কি ভাবিছে।

সনাতন—তোমালোক থকাতেই আমি কি ভাবিব লাগে।

ভদ্ৰ—কিবা কয় নহয়—"লাও যিমানেই ডাঙৰ নহওক—পাতৰ তল।" হেৰা! তুমি দেখো ভিতৰতেই সোমাই থাকিলা। চাহ-জলপান হৈছে যদি লৈ আহা।

আৰতি—(ভিতৰৰ পৰা) নিছোঁ ৰব—। লৰাটোক অলপ পিয়াহ খুৱাইছোঁ। সি আকৌ টোপনিয়ে যাব যেন দেখিছোঁ।

সনাতন—বাপা! বতৰৰ লক্ষণ আজিও বেয়া হব যেন পাওঁ। পশ্চিমত এচটা কলা ডাৱৰ উঠি আহিব ধৰিছে।

ভদ্ৰ—হয়। শিল বৰষুণেই আহক বতাহ নাহিলে। বতাহলৈ বৰ ভয় লাগে মোৰ।

সনাতন—তোমাৰ নহয়—সকলোৱে বতাহক ভয় কৰে।

(চাহ পিঠা হাতত লৈ আৰতি সোমাই আহি আগত দিয়ে)

আৰতি—সেইটো পানাৰ লোটা। আপুনি হাত মুখ ধুই আহক গৈ।

ভদ্ৰ—আপুনি চাহ খাওক—মই বাহিৰত মুখখন পখালি আহোঁ।

সনাতন—তুমি আহাগৈ। একেলগেই খাম। চাহো বৰ গৰমে আছে।

( ভদ্ৰ ভিতৰলৈ গৈ পুনঃ এখন গামোচাৰে হাত মুখ মচি সোমাই আহে )

ভদ্ৰ—আপুনি দেখো চাহ খোৱাই নাই—খাওক চেঁচা হৈছে।

(দুয়ো চাহ খালৈ খবে, আবত্তিয়ে কাষত থকা বটাত তামোল কাটিবলৈ ধৰে)

আবত্তি—খাওক পিতা তামোল খাওক।

ভদ্ৰ—আপুনি ইমান বয়সতো তামোল চোবাই খাব পৰাতে আছে। আমাৰ হলে এতিয়াই দাঁতৰ নানা ৰকম বেমাৰ আৰম্ভ হৈছেই।

সনাতন—( তামোল মুখত ভৰাই ) এৰা বাপা। দাঁতৰ আজিকো-পতি কোনো বেমাৰে দেখা দিয়া নাই। আই! আমাৰ কথাবোৰ তো তই শুনিয়েই আছ। বাপাই বীৰেনৰ বিয়াখনৰ নিমিত্তে বৰ জোৰ দি ধৰিছে যেতিয়া মহাজনৰ লগত কোৱা-মেলা কৈ এটি দিনবাৰ চোৱাই যাওক। মই এতিয়া উঠোঁহে। ভ'ৰবো বেয়া ভিচাৰে উঠি আহিছে। বিয়নীও এতিয়ালৈ ঘূৰি নাহিল।

আবত্তি—তেওঁৰ স্বভাবে তেনেকুৱাই। কথা পালে এৰি আহিব নোৱাৰে—ইফালে কোনোবা ভাহিয়ে যাওক নাইবা উটিয়ে যাওক।

ভদ্ৰ—আপুনি যদি যাব খোজে বেগাবেগিকৈ যাওক। বতৰৰ লক্ষণ বৰ বেয়া হৈ আহিছে।

সনাতন—এৰা বৰ বেয়া হৈছে। তোমালোক থাকিবা।

ভদ্ৰ—ভাল যাওক। ( সনাতনৰ পিচে পিচে দুয়ো আগবাঢ়ি যায় )

———

## পঞ্চম দৃশ্য

পুলিচ ষ্টেচন ।

( জিলাৰ এচ পি চাহাবে পুলিচ বিষয়া আৰু গাঁৱলীয়া ৰাইজক দেশৰ পৰিস্থিতিৰ বিষয় বক্তৃতা দি থকা দেখা যায় )

এচ, পি—আজি আমি স্বাধীন দেশৰ নাগৰিক যেতিয়া আমিয়েই দেশখন সকলো বিপদৰপৰা ৰক্ষা কৰি ৰাখিব লাগিব। আজি আমাৰ দেশৰ যি পৰিস্থিতিয়ে দেখা দিছে—সেইবিলাক সংশোধন নকৰিলে দেশখনৰ বহু অৱনতি হ'ব। দেশখনৰ অৰ্থনৈতিক সমস্যা দিনকদিনে বাঢি গৈ তাৰ ফল স্বৰূপে চাৰিও ফালে চোৰ ডকাইতৰ সৃষ্টি হৈ হাহাকাৰ লগাইছে। ইয়াৰ মূল শিপা কত আপোনালোকে জানেনে? যোৱা দ্বিতীয় যুদ্ধখনৰ পিচৰ পৰাই বহুতো দুষ্ট প্ৰকৃতিৰ মানুহ আমাৰ ইয়াত বৈ গ'ল। সিহঁতেই অশান্তি আনিছে। আমাৰ আগৰ অসমৰ কথা এবাৰ সূক্ষ্ম ভাবে ভাবি চাওক—যি অসমীয়াই এদিন ঘৰত টকা চাবি নেমাৰি হেলাৰঙ্গে বিছু সভা চাব যাব পাৰিছিল, আজি তাৰ পৰিবৰ্ত্তে নিজৰ ঘৰত নিজকেই চোৰ ডকাইতে আমাৰ কিমানক প্ৰাণ নামাৰিলে? আজি বাতৰি কাকতবোৰত দেখিব অ'ত ডকাইতি ত'ত ভীষণ ডকা-

ইতি হৈ কিমানজনৰ প্ৰাণ মাৰিলে ইত্যাদি খবৰহে আগধৰি দেখিব। আমি সিহঁতক দমন কৰিবৰ নিমিত্তে আপ্ৰাণ চেষ্টা কৰিও আজিকোপতি সুফল নেপালোঁ। তাৰ পৰিবৰ্ত্তে আমাৰে কিমানজন পুলিচে ডকাইতৰ লগত সংগ্ৰাম কৰি জীৱন আহুতি দিছে সঠিক হিচাব এতিয়াও হৈ উঠা নাই। দেশৰ চোৰ ডকাইত সকলো অশান্তি কেৱল যে পুলিচসকলেই দমন কৰিব পাৰিব আপোনালোকে নেভাবিব। আপোনালোকে আমাক সকলো বিষয়তে সহায় সহানুভূতি দেখুৱাব লাগিব। ৰাইজ আৰু চৰকাৰৰ সহযোগতহে সকলো কাম সাধন হয়। আজি আপোনালোকক মাতি অনাৰ কাৰণ হৈছে প্ৰত্যেক খন গাঁৱতেই নিৰাপত্তাৰ বাবে শান্তি সেনা বাহিনী গঠন কৰা। মই ইমানতেই আপোনালোকৰ এটি ভুল সোঁৱৰাই দিওঁ। মোক কিছুমান দুখীয়া মানুহে কয় যে তেওঁলোকে পহৰা দিলে কি লাভ হব, ধনী কেইজনকহে ৰক্ষা কৰা হব। মই কওঁ হলে সেইটো তেওঁলোকৰ মহা ভুল। এইটো আপোনালোকে নিশ্চয় জানিব ধনীৰ হেজাৰ টকা নিলেও গা লৰচৰ নহয়। কিন্তু দুখীয়াৰ কাঁহী-বাটি যোৰা নিলে ক'ত ভাত খাব—কলপাতত নেখাব জানো—? সেই কাৰণে আপোনালোকে কোনো কুবুদ্ধি নকৰি সমভাবেই নিজেই নিজৰ গাঁওখনি ৰক্ষা কৰি ৰাখিবৰ চেষ্টা কৰিব।

( হাতচাপৰি দিয়ে )

দাৰোগা—আমাৰ চাহাবে আপোনালোকক বহু কথাই কলে। আমি আশা কৰিলোঁ প্ৰত্যেকেই নিজৰ নিজৰ গাঁৱত গৈ শান্তি সেনা বাহিনী গঠন কৰিব। ইয়াৰ পৰি-চালনাৰ ভাৰ "ন্যায় সংঘৰ" সভাপতি শ্ৰীবীৰেন চন্দ্ৰ কলিতাৰ হাতত্তেই অৰ্পণ কৰা হ'ল। তেওঁৰ উপদেশ মতেই ৰাইজে কাম কৰিব। আমি আশা কৰো বীৰেনৰ নেতৃত্বত থীৰঁতীত যি আদৰ্শ-গাঁও স্থাপন কৰিছে—ইয়াতো তেওঁ ৰাইজৰ পৰা সুনাম অৰ্জ্জন কৰিব পাৰিব।

(হাতচাপি দিয়ে)

বীৰেন—দাৰোগাবাবুৱে চৰকাৰৰ হৈ মোক যি ভাৰ অৰ্পণ কৰিলে তাক পালন কৰিবলৈ সম্মতি প্ৰকাশ কৰিলোঁ। মই ভগৱানক প্ৰাৰ্থনা কৰোঁ, যি সকলে দেশত চোৰ ডকাইতি কৰি অশান্তি আনিছে সিহঁতক ধৰি আনি কুস্বভাৱবোৰ পৰিবৰ্ত্তন কৰি মানুহ কৰি লৈ যেন দেশৰ কামত লগাব পাৰোঁ। ৰাইজক ইমানতে জনাওঁ যে সিহঁতক ধৰিব পাৰিলেও সিহঁতৰ ওপৰত কোনো জোৰ জুলুম অত্যাচাৰ নকৰি অহিংসা নীতিৰে যেন কাম কৰে। হিংসা নীতিৰেই কোনো কাম সামধা নহয়। তাৰ প্ৰমাণ আমাক জাতিৰ পিতাই দেখুৱাই দি গৈছে। বাপুজীৰ সেই মূল্যহীন অস্ত্ৰ আমি প্ৰয়োগ কৰি বিশ্বক দেখুৱাবই লাগিব।" তেতিয়াহে আন দেশৰ

মাবাস্তক— অস্ত্ৰবোৰ ভোটা পৰি যব। আজি বিশ্বত প্ৰলয়ৰ যি পৰিস্থিতিৰ উদ্ভৱ হৈছে তাক ধ্বংস কৰিবৰ একমাত্ৰ অস্ত্ৰ হৈছে বুদ্ধদেৱৰ অহিংসা নীতি। এই নীতি বিশ্বত প্ৰচাৰ কৰিব পাৰিলে জগতে নতুন পোহৰ দেখা পাব, সাম্য মন্দিৰ প্ৰতিষ্ঠা হব।

( হাত চাপৰি দিয়ে )

দণ্ডেশ্বৰ— ৰাইজসকল! চৰকাৰৰ আদেশ মতে আজিৰ পৰাই শান্তি-সেনা বাহিনী গঠন প্ৰত্যেক গাঁৱতেই কৰা হওক। কিবা অভাৱ অভিযোগ হলেই আমাৰ সম্বন্ধ জনাব। আমি তাৰ প্ৰতিকাৰ কৰিবলৈ চেষ্টা কৰিম।

দাৰোগা—( থিয় হৈ ) আপোনালোকৰ মনৰ উৎসাহ উদ্দীপনা দেখি বাস্তৱিকে বৰ ভাল লাগিছে। সেই বাবে আমি চৰকাৰৰ হৈ শলাগৰ শৰাই আগবঢ়াইছোঁ। আমি আশা কৰোঁ আপোনালোক জয়ী হব। এতিয়া আপোনালোকক আমনি নিদিওঁ। আজিৰ কাৰণে ইমানতেই সামৰণি মৰা হ'ল। জয়হিন্দ।

( সকলো থিয় হৈ বাবলৈ ধৰে )

— — — —

# তৃতীয় অঙ্ক

## প্ৰথম দৃশ্য

( অসমৰ এখন ডাঙৰ হাবিৰ মাজ )

( বীৰসিং সহ ডকাইতৰ দলৰ প্ৰবেশ )

বীৰসিং—চলোৰা লুণ্ঠন চলোৰা লুণ্ঠন। পছোৰা বতাহৰ দৰে বলিয়া হৈ জমিদাৰ মহাজনৰ ওপৰত জপিয়াই পৰি সিহঁতৰ ধন ভাণ্ডাৰ লুট কৰা। এতিয়া গোটেই জগত ডকাইতৰ নামত থৰ্ থৰ্ কৈ কঁপি উঠক। ডকাইত কোন? আমি নে দুখীৰ তেজ চেপি চেপি খোৱা মহাজন সকল? দুনীয়াত ডকাইতি কৰিবলৈ শিকাইছে কোনে? লুণ্ঠনকাৰী মহাজন সকলে। সিহঁতে দৈনিক আঁৰ-পটত কিমান ডকাইতি কৰিছে—কোনোবাই হিচাব ৰাখিছে জানো? ডকাইতৰ ওপৰত ডকাইতে কঠোৰ শোষণ নচলালে সংসাৰ জানো তিষ্ঠি থাকিব পাৰে। যেতিয়ালৈ নৰৰূপী বাঘবোৰ পৃথিৱীত থাকিব তেতিয়ালৈ দুখীয়াৰ সুখ-শান্তি নহয়। সিহঁতৰ ওপৰত কোনো ৰাজ শক্তিয়ে শাসন কৰিব নোৱাৰে—পাৰিব ডকাইতৰ দলে। যেতিয়ালৈ সিহঁতৰ হাতত ধন

থাকিব, তেতিয়াহে সিহঁতৰ অহঙ্কাৰ গৌৰব চলিয়ে থাকিব। সিহঁতৰ সকলো গৰ্ব্ব অহঙ্কাৰ মৰিমুৰ কৰি সকলোকে এখন পাটতে থুৱাব পাৰিলেহে জগতত শান্তি থুবি আহি সাম্যৰ মন্দিৰ পতিষ্ঠা হৈ দেশৰ মাটিত পুবেকণোদয় হব।

মোহন সিং—এৰা চৰদাৰ। সিহঁতৰ দৰ্প চুৰ্ণ কৰিব নোৱাৰিলে আমি ইমান দিনে ডকাইতি কৰাৰ কোনো সাৰ্থক নহল। লুটপাত উৎপাত কৰি হলেও সিহঁতক কঠোৰ শাস্তি দিবই লাগিব। তেতিয়া সিহঁতে উপলব্ধি কৰিব পাৰিব ডকাইতবিলাক কি ভয়ানক—কি ভয়াবহ।

ধীৰসিং—ভাইহঁত। এই থনেই মোৰ দেশ। ইয়াত সোমাবৰ দিনধৰি মোৰ মনৰ ভাব আনপিনে উদয় হৈছে। ইয়াৰ জলবায়ুৰ লগত মোৰ শৰীৰৰ তেজৰ কণিকা বোৰো মিল হোৱা যেন পাওঁ। এতিয়াৰ পৰা তোমালোকক সাৱধান কৰি দিওঁ—যাতে কেতিয়াও দুখীয়াৰ ওপৰত জোৰ জুলুম নকৰা। দুখীয়াৰ ওপৰত অত্যাচাৰ কৰিলে মোৰ মহাপাপ হব—মোৰ নামত কলঙ্ক হৈ থাকিব। যি উদ্দেশ্যৰে ডকাইতি বৃত্তি অৱলম্বন কৰিছিলোঁ সেই আশা ফলৱতী নহব যেন পাইছোঁ। সাৱধান হ ধনী মহাজন। তোৰ এতিয়া কোনো সম্পত্তি নেথাকিলেও প্ৰতিশোধ লমেই লম। এতিয়া আমাৰ কৰ্ত্তব্যক অগ্ৰসৰ হৈ লুণ্ঠন চলোৱা—লুণ্ঠন চলোৱা।

(যেতিয়া প্ৰস্থান কৰাৰ আয়োজন কৰে তেতিয়া কোইজনমান সশস্ত্ৰ পুলিচৰ প্ৰবেশ)

দাৰোগা—সিহঁতক কত দেখা পাইছিলি—লালবাহাদুৰ।

লালবাহাদুৰ—ঠিক এই পুখুৰীটোৰ পাৰতেই কিবা কিবি খাই থকা অৱস্থাত দেখা পাইছিলোঁ। সিহঁতৰ গতি গোত্ৰ চাই সিহঁত যে ডকাইত, বিশ্বাস হয়।

দাৰোগা—এৰা মোৰ বোধেৰে সেইটোৱে বীৰসিং ডকাইতৰ দল। সিহঁতে অসমত সোমোৱাৰ আঠ বছৰে হল। সিহঁতৰ পম খেদোঁতেই পুলিচসকল ব্যতিব্যস্ত হব লগা হৈছে। ইমান দিনে সিহঁতৰ পিচে পিচে ঘূৰিও কোনো গুপ্তসূত্ৰকে উলিয়াব নোৱাৰি নিজে নিজেই বৰ লাজ পা'ছোঁ। সিহঁত যে কি অদ্ভুত ডকাইত ভাবিলে আচৰিত হব লাগে। সিহঁতৰ খোৱা লোৱা থকা মেলাৰো কোনো ঠিক নাই। দিনত খোজনীয়া মগনীয়া হিচাবে কটায় ৰাতি হলে ডকাইতি আৰম্ভ কৰে। সিহঁতে লুট কৰা সকলো সম্পত্তি কোনো পৰ্ব্বতৰ গুহাৰ মাজত ৰখা বুলি মোৰ বিশ্বাস হয়। পৰ্ব্বত পাহাৰ মহা অৰণ্যবোৰত আমি ডকাইত অভিযান নচলালে ডকাইতৰ উৎপাত দিনে দিনে বাঢ়ি গৈ থাকিব। এতিয়া আমি যাওঁগৈ বলা। আজি এই অঞ্চলত সিহঁতে যেনে তেনে কিবা এটি কৰিব। আমি এতিয়াই গৈ "ন্যায় প্ৰচাৰিণী সভা"কো কথাটোৰ কাণ জোৱাই থোৱাৰ বিশেষ দৰকাৰ। যাতে আজি সতৰ্কভাবে শান্তি-সেনাবিলাকে গাঁও-ভূইত

পহৰা দিয়ে। লালবাহাদুৰ! এই অহা মটৰখন ৰাখি কি আনিছে চোৱাই থাওক। মটৰখনৰ শব্দৰ অনুমানত বৰ বেগাই চলাইছে। আহি পালেই হাত দাঙি ৰখ।

( লাল বাহাদুৰে হাত দাঙি মটৰ ৰাখে, ভিতৰৰপৰা অমৰ বাবু ওলাই আহে। )

অমৰ—( হাতযোৰ কৰি ) ৰাম ৰাম দাৰোগা বাবু। আজি অসময়ত দেখা হ'লতেই।

দাৰোগা—ৰাম-ৰাম। আমাৰনো সময় অসময় কি আছে। জানেই দেখোন। আমাৰ পুলিচ জীৱন দুখময়। ভোকে ভাগৰেও আমাৰ কৰ্ত্তব্য পালন কৰিবই লাগিব। ( নোট বুক মেলি লৈ ) পিচে—আপোনাৰ গাড়ীৰ নম্বৰ কিমান? আৰু আপোনাৰ নাম কি?

অমৰ—A S K. 136। মোৰ নাম অমৰ জৈন।

দাৰোগা—( নোট বুকত লিখি ) ক'ৰপৰা আহিছে।

অমৰ—গোৱালপাৰাৰ পৰা।

দাৰোগা—কলৈ যাব?

অমৰ—তিনিচুকীয়ালৈ যাম। মোৰ পৰিবাৰৰ গা-সৰাৰ সময় হৈছে। মই অহাকালি পুৱাই বিশেষ কাৰণত কলিকতালৈ যাব লগা হোৱা গতিকে তেওঁৰ মাকৰ ঘৰতে থবলৈ আহিছোঁ।

দাৰোগা—গাড়ীৰ ভিতৰত কিবা বস্তু আছে নে কি?

অমৰ—একো নাই। এতিয়া পলম নকৰি আমাক যাবলৈ অনুমতি দিয়ক।

দাৰোগা—আপোনাক যাব নিদি ইয়াতে ৰাখি থব নোৱাৰোঁ। পিচে আপোনাৰ বাবুধনীক মটৰৰ ভিতৰৰ পৰা ওলাই আহিবলৈ কওক। আমি মটৰ চেক কৰিম।

অমৰ—চেক কৰে? আপোনালোকে নৰিয়া মানুহজনীক গাৰীৰ পৰা নমাই কিয় মিছামিছিকৈ দিগদাৰিখন দিয়ে। মটৰগুনো কিটো পাব।

দাৰোগা—অমৰ বাবু! পুলিচসকল কৰ্ত্তব্যপৰায়ণ নহলে দেশ চলিব জানো? পুলিচসকলৰ কৰ্ত্তব্যতেই দেশৰ উন্নতি অৱনতিৰ হোৱাৰ কাৰণ আমাৰ ওপৰতেই। আমাৰ খুচিমতেই তো আপোনাৰ গাড়ী চেক্ কৰিবলৈ ওলোৱা নাই—ওলাইছোঁ ওপৰিৱালাৰ হুকুম মতে। গোৱাল-পাৰাৰ এচ, পিয়ে ফোণ যোগে জনাইছে যে আজি ৰাতি দুটা বজালৈকে যিমান গাড়ী যায় সকলোবিলাক আমি চেক্ কৰিব লাগে। অৱশ্যে আমাক কাৰণ জনোৱা নাই যদিও কিবা বেয়া বস্তু অহা বুলি মনে ধৰে। লালবাহাদুৰ! মেলা-মেলি কৰি থাকিলে কি হব। এটা বাজি গ'ল—কাম আৰম্ভ কৰা।

অমৰ—এৰি দিয়ক দাৰোগা বাবু! মই একে' লগত বেয়া বস্তু অনা নাই। মোক তেনেকুৱা বুলি নেভাবিব চোন। গোৱালপাৰাত আপুনি থকাত মই কিবা অসৎ ব্যৱসায় কৰা বুলি' জানে নে?

দাৰোগা—বাজে কথা বাদ দিয়ক। আমাৰ কাম আমি কৰিমেই। ডিউটি ইজ ডিউটি। (মটৰৰ কাষলৈ গৈ) তেৰাবীজা! বাহাদুৰক সহায় কৰা।

তেৰাবী—(মটৰৰ কাষলৈ গৈ) বাবুৱনী আপুনি নামি আহক। কোনো ভয় নাই। ষইছয়াই নাহিলে সন্মান বোজাই নেথাকিব। আহক—

(ছদ্মবেশী বাবুৱনী নামি আহোঁতে মূৰৰ ওৰণি পৰি যায়; লগে লগে ভয় কৰে।)

তেৰাবী—বৰ বাবু! দেখক বাবুৱনীৰ কি দীঘল দীঘল গোঁফ!

দাৰোগা—তাক হেণ্ডকাপ দিয়া। হেৰ! তই দেছুৱালী মানুহ নহয় জানো? কিয় এই বেশ ধৰিছ। তোৰ নাম কি?

গোবিন—(তেৰাবীয়ে হেণ্ডকাপ লগাই ধৰি থাকে) মোৰ নাম গোবিন মুণ্ডিয়া। বজাৰত মুণ্ডিয়া কাম কৰিয়ে জীৱন নিৰ্ব্বাহ কৰোঁ। নিজৰ দেশত মোৰ মাটি নথকাত অসমত কুলী বৃত্তি কৰি খাবৰ বিশ বছৰো ওপৰ হ'ল। বাবুজীয়ে বহু টকাৰ লোভ দেখুৱাই পেটত এটা টোপোলা বান্ধি দি এই বেশ কৰাইছে। দুখীৰ জীৱনৰ কোনো মূল্য নাই চৰকাৰ।

দাৰোগা—অমৰ বাবু! আপোনাৰ পৰিবাৰৰ যেখো মাজ বাটতেই ডেলিভাৰিৰ সময় উপস্থিত হলেই যেতিয়া খালাচ কৰি কি সন্তান হোৱাই যাওক। ডাক্তৰ

যেনিবা আজি আমিয়েই হলোঁ। বাহাদুৰ! তাৰ পেটত কিহৰ টোপোলা আনিছে উলিয়াই আনা।

অমৰ—( হাতত ধৰি ) দাৰোগা বাবু! মাফ কৰক আজিৰ কাৰণে। ( কাণৰ কাষত কিবা কয় ) আপুনি বিশ্বাস কৰক—নিশ্চয় দিম।

দাৰোগা—( ঘোচা মাৰি দি ) দূৰ হ অসৎ ব্যৱসায়ী। টকাৰ লোভ দেখুৱাইছ বদমাইছ। তোৰ দৰে ব্যৱসায়ী দেশৰ প্ৰধান শক্ৰ। কানীয়া সকলৰ কলা তেজ পি খোৱা শক্ৰ। আজি কানি ৰবৰিছ দেশৰপৰা দূৰ কৰিবৰ নিমিত্তে চৰকাৰে অভিযান চলোৱা কিমান টকা মিছামিছিকৈ তোৰ দৰে অসৎ ব্যৱসায়ীবিলাকে অথলে পেলাই দেশৰ অনিষ্ট সাধন কৰিছে। তোক কোনো প্ৰকাৰে এৰি দিব নোৱাৰোঁ। তোক এৰি দিলে মোৰ মহাপাপ হব।

অমৰ—তেনেহলে এৰি নিদিয়ে ?

দাৰোগা—নিদিওঁ। তেৱাৰো ইয়াকো এবেষ্ট কৰা।

অমৰ—( এবেষ্ট হৈ ) দাৰোগা বাবু! আপুনি এৰি নিদিলে সঁচা, দেখিব সদৰত মই খালাছ হব পাৰোনে নোৱাৰোঁ। অমৰ এনাপেচা লোক নহয়—চৰকাৰক ঢোকে ঢোকে পানী পিওৱা লোক।

লালবাহাদুৰ—বৰবাবু! প্ৰসূতীয়ে বৰ কষ্ট পাইছে। সন্তান বাহিৰ কৰাই যাওক।• ( পেটৰ পৰা আফিঙৰ টোপোলা

খুলি আনি ) দুষ্ট বুদ্ধিৰ কৌশল দেখক। কি প্ৰকাৰে কলীয়া ঠাকুৰক যতন কৰি আনিছে।

দাৰোগা—সন্তৰ কিমান হব ?

জেৱাৰী কাচাকাছি আধামোণৰ কম নহব।

দাৰোগা—এতিয়া মটৰত ইহঁতক উঠোৱা। মটৰ মহে ড্ৰাইভ কৰি লৈ যাম। ঈশ্বৰে চিকাৰ ভালেই মিলালে।

( আটাই কেইজন মটৰত উঠি যায় )

---

## দ্বিতীয় দৃশ্য

খীৰঁতী গাওঁ।

( সময় মাজ ৰাতি, মতি মহৰা আৰু গোলাপীয়ে বিছনাত লালকাল দি শুই থাকে )

গোলাপী—( চক্‌মককৈ উঠি ) হেৰি! সাঁৰ পাইছে নে নাই শুনকচোন বাহিৰত ইমান কিহৰ গণ্ডগোল হৈছে। উঠক উঠক। উঃ ৰাম ইমান টোপনি নে উঠক উঠক। ( গাত ধৰি বহুৱাই দিয়ে; আকৌ টোপনিৰ জালত বাগৰি পৰে ) এই কুম্ভকৰ্ণটোৰ ইমানেই টোপনি নে ? সেই কাৰণেই ইমান বুঢ়া বয়সলৈকে কোনেও ছোৱালী দিয়া নাছিল। এতিয়া বুঢ়াই মোৰ ওপৰত কিয় বাহাদুৰী নকৰিব। এনেকুৱা আপেয়ে

জনা হলে কেতিয়াও বিয়াত নবহিলে। হৈঁতেন।
সভ্যৰ সভ্যসকলে এই আপদটোৰ লগত মোক ভাল
যোবা কৰি দিলে। মেখিৰ ঘৰত ডকাইতি হোৱাত
ইমানবোৰ মানুহ দলেবলে যাব ধৰিছে, তথাপি এই-
টোক সাৰ পোৱাব পৰা নাই। মানুহেনো কি ভাবিব।
( আকৌ উঠাই দি ) উঠক ডকাইত আহিছে।

মতি মহৰী—( টোপনিৰ জালত ) ডকাইত আহিছে ? বহ—
পাষণ্ড ডকাইত! ক'ত পলাই সাৰিবি আজি।
( গোলাপীক হাতত ধৰে )

গোলাপী—কৰে কি ? এইজনী দেখো মই। ডকাইত
মেখিৰ ঘৰতহে সোমাইছে বুলি শান্তি-সেনাবিলাকে
কৈ ফুৰিছে। তিকতাৰ ওপৰত বৰ মতা দেখুৱালে
কি হব। আপুনিও সাজু হৈ যাওক; নহলে ময়ে যাম।
বীৰেনহঁত এই মাত্র দৌৰি গ'ল। বিং মাৰিলেই
বাটতে লগ ধৰিব পাৰিব। যাওক—

মতি—মেখিৰ ঘৰত ডকাইতি ? মোৰ ভয়ে লাগিছে। মই
দেখো এতিয়া একো কৰই নোৱাৰা হৈ আছোঁ।
গোটেই গাটো জ্বৰ ঘমাদি ঘমাই আনিছে। মোক
অলপ বিচা—সুস্থিৰ হওঁ। ( বিছনাত বহে )

গোলাপী—পুৰুষৰ বৰ সাহ। ডকাইত ধৰিবলৈ যাবলৈ কোৱাত
এতিয়া বেমাৰীৰ ভাও জুৰিছে। কি আপদ।
আপুনি শুই থাকক ময়ে ডকাইত ধৰিবলৈ যাওঁ পৈ।

মতি—( ধাধা·দি ) হেৰা ! তুমি বাৰ নেলাগে—মৰে যাম ।
পিচে এই বাতি তোমাক অকলে এৰি যাবলৈ টান পাইছোঁ । নহলে এতিয়া নেযাওঁ দিয়া, পুৱাই যাম ।
গোলাপী—আপোনাৰো কথা । মোক কোনেও পলুৱাই নিনিয়ে যাওক । সেয়া মহেশইতে আপোনাক মাতিব ধৰিছে ।
মতি—এৰা শুনিছোঁ । মই যাওঁ, তুমি সাৱধানে থাকিবা দেই ।

( প্ৰস্থান )

গোলাপী—যাওক । বুঢ়াৰ মোলৈ কম মৰম নহয় ?

( আকৌ শোৱে )

—ঃপট পৰিবৰ্ত্তনঃ—

---

( বংশী মেধিক কেইজন মান ডকাইতে হাতে ভৰিয়ে বান্ধি থাকে )

ধীৰসিং—জীৱনলৈ যদি মমতা আছে ক ক'ত তোৰ ধন ভাণ্ডাৰ । নহলে দেখিছ এইটো কি । ( পিস্তল দেখুৱায় )
মেধি—মোৰ জীৱন নেমাৰিবা । বাকচ খুলি যি পোৱা তাকে লৈ যোৱা, তথাপি জীৱন নেমাৰিবা ।
ধীৰসিং—জালাল উদ্দিন ! তাৰ চাবি কাঢ়ি লৈ বাকচৰ ভিতৰত ক'ত কি আছে তন্ন তন্নকৈ চোৱা ।
জালাল—( চাবি নি এটি বাকচ খুলি কিছুমান দলিল পত্ৰ নি ) বাকচৰ ভিতৰত সোণৰূপ কতো একো নাই ; মাত্ৰ এই বিলাকহে পোৱা হ'ল । ই হি ধৰণৰ মানুহ, নিশ্চয় টকা পইচা কৰবাত পুতি থৈছে ।

ধীৰসিং—( দলিলবোৰ চাই ) এইখন দলিলত কিয় একো লিখা নাই। কেৱল চহীটোহে আছে। ইয়াৰ কি কাৰণ ?

মেধি—নিলিখাৰ কাৰণ কিছুমান মানুহে ততাতৈয়াকৈ টকা ধাৰ কৰি পিচত লিখি দিম বুলি লৈ যায়। সেইটো বিশ্বাসৰ ওপৰতেই নিৰ্ভৰ কৰি কাম কৰা হয়।

ধীৰসিং—তোমালোক সুতখকুৱা মহাজন সকলৰ কু-অভিপ্ৰায় মোৰ বেচ আয়ত্ত কৰা আছে। কিছুদিনৰ পিচত দলিলত এগুণৰ ঠাইত পাঁচগুণ লিখি থৈ ধকৱাৰ পৰা টকা আদায় কৰিবি। বিশ্বাসঘাতকহঁত দুখীয়াৰ তেজ খাই এই প্ৰকাৰেই শোষণ কৰ। আজি মোৰ মনত পৰিছে এদিন মোৰ পিতাকো এই প্ৰকাৰেই শোষণ কৰা। আজি মোৰ মনত পৰিছে এদিন মোৰ পিতায়ো এই প্ৰকাৰে দলিলত চহী কৰি টকা নিয়াত পাঁচগুণ টকা বেছি লিখি সুতে মূলে টকা আদায় কৰিবৰ চেষ্টা কৰে। অৱশেষত মেদ যোৱা দলিলৰ টকাৰ সুতৰ বাবদ মোৰ পৰা চক্ৰান্ত কৰি দহটি টকা ডকাইতি কৰি কাঢ়ি লয়। সেই দিনৰ পৰাই মহাজনে মোৰ জীৱন নষ্ট কৰি পেলাইছে। সেই মহাজনৰ ওপৰত এতিয়াও প্ৰতিশোধ লব নোৱাৰি হিংসাৰ জুই মোৰ অন্তৰত দপদপকৈ জ্বলি আছে। সি মোৰ ভয়তে তাৰ সকলো সম্পত্তি কোনো এটি অনুষ্ঠানত উইল কৰি দি পলাই ফুৰিছে। ক'ত

পলাই সাৰিব ? তাৰ ওপৰত প্ৰতিশোধ লয়েই লম। (দলিনবোৰ ছিৰি পেলায়) এতিয়া ক তোৰ ধন সোণবোৰ ক'ত লুকুৱাই ৰাখিছ।

মেধি—বিশ্বাস কৰা—মোৰ টকা পয়চা সমূলি হাতত নাই। যি অলপ আছিল সকলোবোৰ ধকৱাৰ হাতত্তেই আছে। (ভিতৰত লৰা ছোৱালীৰ কান্দোন শুনি) হেৰৌ নিষ্ঠুৰ ডকাইতহঁত! যিমান অত্যাচাৰ কৰ মোৰ ওপৰতে কৰ। মোৰ লৰা ছোৱালীৰ ওপৰত অত্যাচাৰ কৰিলে হাতৰ বান্ধ সুলকি যাব। কোন ক'ত আছা ৰক্ষা কৰা—ৰক্ষা কৰা—ডকাইত—ডকাইত।

মোহন—ৰক্ষা কৰিব এই পিস্তলেই! (পিস্তল মাৰি) হাঃ হাঃ হাঃ।

মেধি—(ঢলি পৰি) উঃ মৰিলো! কোন ক'ত আছা মোৰ লৰা তিৰুতাক ৰক্ষা কৰা নহলে ডকাইতৰ হাতত লাঞ্ছিত হব।

মোহন—চাবমেন জালাল! তোমালোক ভিতৰলৈ গৈ যত যি পোৱা সকলো বাহিৰ কৰা। বাহিৰত মানুহৰ মাত শুনা গৈছে।

[কেইজনমান ডকাইত ভিতৰলৈ যায় আৰকালে বীৰেনহঁতৰ দলটি সোমাই আহি ডকাইত দলক আক্ৰমণ কৰে, উভয়পক্ষৰ মাজত খণ্ডযুদ্ধ হয়। ভিতৰতো ঘৰুৱৈ হৈ-চৈ লাগি পৰে আৰু পিস্তলৰ শব্দ ঘনাই ঘনাই হবলৈ ধৰে। আহলেৰত মীৰসিঙে নিজে নিজেই পিস্তল মাৰি ঢলি পৰে বাকী ডকাইত বিলাক বন্দী হয়]

মোহন—চৰদাৰ—চৰদাৰ! কি কৰিলা! নিজে নিজেই বুকুত গুলী কৰি ঢলি পৰিলা।

ধীৰসিং—(বীৰেনে ধৰি থাকে) এৰা আত্মৰক্ষা কৰিব নোৱাৰিয়ে সেই কাম কৰিলোঁ—বেজাৰ নেপাবা। হেৰা! তুমি মোক ধৰি থাকিব নেলাগে মই পলাই যাব নোৱাৰোঁ। মোৰ শৰীৰ ক্ৰমান্বয়ে দুৰ্ব্বল হৈ আহিছে। উঃ মোৰ প্ৰতিহিংসা পূৰণ কৰিব নোৱাৰিলোঁ—বলী তোৰেই জয় হ'ল।

বীৰেন—(আচৰিত হৈ) তুমি কোন বলীৰ কথা কৈছা?

ধীৰসিং—তুমি সেইবোৰ কি বুজিবা। মোৰ পিতাৰ সৰ্ব্বস্ব লুটি নিয়া বলী মহাজনৰ কথা কৈছো। সিয়ে মোক ডকাইতি কৰাৰ শিকাই আজিৰ এই ঘটনাৰ সৃষ্টি কৰাইছে।

বীৰেন—উঃ—নিজৰ ভৰিত নিজেই কুঠাৰাঘাত কৰিলোঁ। তই ধীৰেন নহয় নে?

ধীৰসিং—এৰা—ধীৰেন। মোৰ নামেই ধীৰেন।

বীৰেন—(কান্দি) উঃ ভাইমোৰ তোক বচাব নোৱাৰিলোঁ। ময়ে তোৰ বৈৰী হলোঁ। ধীৰেন! মোক তই চিনি পাইছ নে? তোৰ ককাইদেৱৰ বীৰেন।

ধীৰসিং—(সাৱটি) ককাইদেউ—ককাইদেউ! মোৰ সকলো দোষ ক্ষমা কৰিব। মৰিবৰ সময়ত যে আপোনাৰ লগত এনে মধুৰ মিলন হব ভাবিয়ে পোৱা নাছিলোঁ। পিতা—বাইদেউহঁত ভালে আছেনে? মহাজন কত?

বীৰেন—ধীৰেন ! তই বেছি কথা নকবিচোন—বুকুৰে ৰবকৈ তেজ ওলাব ধৰিছে। আমাৰ সকলোৰে ভাল। মহাজনৰ যে কথা কৈছা তেওঁৰ পশু মনোভাববোৰ সমূলি দূৰ কৰি মষে মানুহ কৰাইছোঁ। লোক এটি আনন্দৰ বাতৰি দিওঁ—তই সুখী হবি। মহাজনক সকলো সম্পত্তি আমাৰ সজ্বত উইল কৰি দিছে আৰু তেওঁৰ ছোৱালী জনী মষে বিয়া কৰাইছোঁ।

( দাৰোগাসহ কেইজন মান চিপাহীৰ প্ৰবেশ )

দাৰোগা—বীৰেন ! তোমাৰ বীৰত্বৰ আমি শলাগ লৈছোঁ। তোমাৰ বুদ্ধি কৌশলতেই এই বিৰাট ডকাইতৰ দলটি ধৰা পৰিল। তুমি দেখো কান্দিব ধৰিছা—তোমাৰ আকৌ কি হ'ল ?

বীৰেন—( কান্দি ) দাৰোগাবাবু ! ইয়ে ভাই ধীৰেন। পোন্ধৰ বছৰ বয়সতেই নিকদ্দেশ হৈছিল আজি মষে তাৰ এই দশা কৰাইছোঁ।

দাৰোগা—তোমাৰ ভাই—কি আচৰিত কথা। এই ৰকম শোক কৰি থাকিলে কি হব। সোনকালে হাস্পতাললৈ স্থানান্তৰ কৰাবহে দৰ্কাৰ কি জানি ভালেই হয়। চিপাহী-সকল ! আহত ব্যক্তিসকলক মটৰত ভৰাই হাস্পা-তাললৈ লৈ বলা। বীৰেন উঠা—দুখ কৰিলে কি হব।

( আহতসকলক ভিতৰলৈ দাঙি নিয়ে পিচে পিচে আটাই কেইজন সোমাই যায় )

## তৃতীয় দৃশ্য

চিভিল হাস্পাতাল

(এটি কোঠাত অজ্ঞান অৱস্থাত ধীৰেন শুই থাকে কাষত নাৰ্চে ঔষধ খুৱাই আলপৈচান ধৰি থাকে, মুৰত বীৰেনে থিয় হৈ থাকে)

চিভিল চাৰ্জ্জনৰ প্ৰবেশ

চিভিল চাৰ্জ্জন—ৰোগীৰ অৱস্থা কি ৰকম। (বুকুৰ বেণ্ডেজ খুলি চাই)

নাৰ্চ—চাৰ! এতিয়াও বুজিবই পৰা নাই। এতিয়া কিছু সময়ৰ পৰা নিটাল মাৰি আছে।

চিভিল চাৰ্জ্জন—অপাৰেচন ঠিক ভাবে কৰা হৈছে যেতিয়া ভালৰ ফালেই আহিব যেন পাওঁ। (ষ্টেথিস্কোপৰে চাব ধৰে) কোনো ভয় নাই। আজিৰ দিনটোৱে টানৰ ভিতৰত আছে। বাহিৰত ইমান মানুহৰ ভীৰ কিয়?

বীৰেন—ৰোগীক চাবলৈ আহিছে চাৰ।

চিঃ চাৰ্জ্জন—ৰোগীক চাবলৈ? এওঁতো মহত্মা গান্ধী নহয়—ডকাইতহে। ডকাইতৰ প্ৰতিও মানুহৰ ইমান মৰম নে?

বীৰেন—তেওঁ হব পাৰে ডকাইত—কিন্তু মোৰ ভাই।

চিঃ চাৰ্জ্জন—তোমাৰ ভাই? তুমিয়েই সেই বিৰাট ডকাইতৰ দলটি ধৰা নাই জানো?

ধীৰেন—হয়ঁ—মোৰ পৰিচালনাতে সেই দলটি ধৰা পৰি ধীৰেনৰ লগত নাটকীয়া ভাবে পৰিচয় হোৱাত আজি এই দৃশ্যৰ অৱতাৰণা হৈছে। ধীৰেনৰ সেই বিৰাট দলটিৰ চমু বিবৰণ আজিৰ দৈনিক কাগজত প্ৰকাশ পাইছে। সকলো কাহিনী তাতেই পঢ়ি পাব।

চিঃ চাৰ্জ্জন—এৰা—কাগজত উঠিছে। মই হেডিংটোহে পঢ়িছিলোঁ। বাকী খিনিও আজৰি সময়ত পঢ়িব লাগিব। পিচে—গণ্ডগোল কৰিব নিদিব। কোনোৱে চাব খুজিলে হাই উৰুমি নোহোৱাকৈ চাবলৈ দিব। যদি ৰোগীৰ অৱস্থা আৰোগ্যৰ কালে ঘূৰি আহে আকৌ বাৰ বজাত এবাৰ চাই যামহি।

( চিঃ চাৰ্জ্জনে আন ৰোগী বোৰক একন একন চাই যাবলৈ ধৰে, পিচে পিচে নাৰ্চজনীয়ো ঔষধ খুৱাই যায় )

ধীৰেন—( উশাহ টানি ) ককাইদেউ! মই নেৰাচোঁ—ছুৰ নকৰিব। মোৰ অন্তৰত বহুকথাই সোমাই আছিল প্ৰকাশ কৰিবৰ শক্তি নাইকিয়া হৈছে। মাথোঁ যাবৰ সময়ত ইয়াকে কৈ যাওঁ বিবিলাক ডকাইত বন্দী হৈছে— সিহঁতক মুক্তি কৰি আপোনাৰ সদ্গত সুমুৱাই লৈ মানুহ কৰি লব। আৰু শহুৰদেউক ক্ষমা প্ৰাৰ্থনা কৰা বুলি জনাব। পিতা আহি পালে নে? পিতা—পিতা!

( বেগেৰে সনাতনৰ পিচে পিচে আৰতি, সাবিত্ৰী, ছত্ৰ, আৰু বন্দী মহাজনৰ প্ৰবেশ )

সনাতন—ক'ত ক'ত মোৰ বাপা ।

বীৰেন—পিতা ? আপুনি লাহে লাহে কথা কব । এই জনেই ধীৰেন । তাক চিনি পোৱাই কঠিন হৈ পৰিছে ।

সনাতন— ( সাবটি ধৰি ) ধীৰেন ধীৰেন বোপামোৰ । মোক এই বুঢ়া কালত তই এই দৃশ্য দেখুৱাবলৈহে আছিছিলি ।

( কান্দে )

আৰতি— ( সাবটি ধৰি ) ভাইটি মোৰ । তই মোক চিনিব পৰা নাই । মই তোৰ বাইদেৱেৰা । সেইজনী চকুলো টুকি থকা তোমাৰ বোৱেৰা । এই জন তোমাৰ ভিনীহি দেউ আৰু সৌজন তোমাৰ শহুৰ দেৱেৰা । ( প্ৰত্যে-কক পৰিচয় কৰি দিয়ে ) আমি প্ৰত্যেকেই তোৰ কাৰণে শোকত অস্থিৰ হৈছোঁ । এবাৰ আমাক মাত দে ভাই ।

ধীৰেন— ( সকলোকে নমস্কাৰ জনাই ) মোৰ নমস্কাৰ আপোনা-লোকে গ্ৰহণ কৰিব । এতিয়া মই কথা কব নোৱাৰা হৈ আছিছোঁ । মাফ কৰিব ।

বীৰেন—বাইদেউ ! ৰোগীক বেছি কথা সুধিবলৈ ডাক্তৰে বাৰে বাৰে মানা কৰি গৈছে—হঠাতে হাৰ্ট ফেইল হৈ যাব পাৰে । অলপ মনে মনে থাকক ।

( এজন ডাক্তৰৰ প্ৰবেশ )

ডাক্তৰ—আপোনালোকে গণ্ডোগোল কৰি আন ৰোগীবোৰক বেজাৰ দিছে কিয় ? অনুগ্ৰহ কৰি আপোনালোক বাহিৰলৈ ওলাই যাওঁক। ডাক্তৰ চাহাবে দেখিলে আমাকে বেয়া বুলিব।

বীৰেন—পিতা। ভগৱানে যি কৰে ভালে কৰিব। আপোনালোক আটাই কেইজন ওলাই যাওক—এওঁলোকে বেয়া পায়।

সনাতন—( বীৰেনক মূৰত ধৰি ) বাপা ! আমি যাওঁ। মই ভগৱানক প্ৰাৰ্থনা জনাওঁ যে যাতে সোনকালে তই আৰোগ্য লাভ কৰ। আহা আইহঁত আহা। ( সনাতনৰ পিচে পিচে চকুলো মচি আটাই কেইজন ওলাই যায় )

ডাক্তৰ—( বুকুৰ বেণ্ডেজ খুলি চাই ) ঔষধ এবাৰ খাইছে নহয়।

বীৰেন—হয় এবাৰ খাইছে।

ডাক্তৰ—ৰোগী এতিয়া শান্ত হৈছে। আপুনি ইচ্ছা কৰিলে বাহিৰৰ পৰা এপাক ঘূৰি আহিব পাৰে।

বীৰেন—ভয় বৰ আমান লাগিছে। এবাৰ ফুৰিয়ে আহোঁ গৈ। অলপ ৰোগীলৈ চকু ৰাখি থাকিব। ( সোমাই যায়, ডাক্তৰে আন ৰোগী বোৰক চাবলৈ ধৰে, ৰোগীৰ চিঞৰ বাখৰ দূৰৰ পৰাই শুনা যায় )

---

## ৪র্থ দৃশ্য

### ধীৰৰ্তী গাঁৱৰ পুথিভঁৰাল

(কথা-বতৰা কৰি সনাতন আৰু বলী মহাজনে কাগজ-পত্ৰ চাই থাকে)

বলী—বিয়ৈ! আজি বহুদিনৰপৰাই আপোনাক লক্ষ্য কৰিছোঁ—আগেয়ে আপুনি কিতাপ-পত্ৰ পঢ়াত যিমান মনোযোগ দি পঢ়িছিল আজিকালি সিমান নিদিয়ে। মন মাৰি থকাই দেখা পোৱা যায়। যি হবৰ হৈ গৈছে, তাক পুনৰাই সোঁৱৰণ কৰি শৰীৰ ক্ষয় নকৰিব। সি আপোনাৰ ভাগ্যৰ নাছিল গতিকেহে আপোনাক এৰি গুচি গ'ল।

সনাতন—(চকুলো টুকি) বিয়ৈ! মনে প্ৰবোধ নেমানে। কোন বাপেকে কাণসমনীয়া বেটাৰ অবিহনে জীয়াই থাকিব পাৰে। সকতে সি নিৰুদ্দেশ হৈছিল তাৰ প্ৰতি মায়া-কায়া একেবাৰে পাহৰি পেলাইছিলোঁ। সি যে মোক বুঢ়াকালত দেখা দি ইমান আশা দি যাব ভাবিয়ে পোৱা নাছিলোঁ। তাৰ গুণৰ কথা মনত পৰিলে মোৰ অন্তৰ ফাটি যায়। সেইবিলাক ভাবি ভাবিয়ে বলিয়াৰ দেখীয়াই হব লগা হৈছোঁ।
ক'ত থাকিম—কলৈ যাম বিয়ৈ? (কান্দে)

বলী—আপুনি কৰে কি—কৰে কি? আজিও কান্দাতে আছে নে? আপুনি জানি শুনিও কিয় ইমান অধৈৰ্য্য হয়।

গীতাখন দেখো হাতৰপৰাই নেৰে—তাতনো কি কৈছে ? এঁতিয়া •মই কৰব হলে সেই চিন্তা একেবাৰে পৰিত্যাগ কৰক । আপোনাৰ লৰা একন গৈছে যদিও কিমান জন ধীবেন পাইছে ভাবি চাওঁকচোন । ধীবেনৰ অনু-ৰোধ মতে আটাইবিলাক ডকাইতক আমাৰ সভাই মুক্ত কৰি আনি সিহঁতৰ দ্বাৰাই ধীৰ'তীত খেতি কৰি কিমান উন্নতি হৈছে ভাবি চাওকচোন ; সিহঁত প্ৰত্যেকজনেই আপোনাৰেই লৰা ।

সনাতন—এৰা—সেই দলটি খেতিত লাগিবৰ পৰা বৰ উন্নতি হৈছে । সিহঁতৰ পৰিশ্ৰমৰপৰাই টেক্‌টৰ তুখন আৰু পানী সিঁচা মিচিনটো কিনি আনি দিবৰ পৰা খেতিৰ অন্যৰূপ দেখুৱাইছে । বিয়ৈ ! মানুহ চিনিপোৱা বৰ টান । সেই মোহন সিং আৰু জালালউদ্দিনৰ বুদ্ধি কৌশ-লৰ কথা ভাবি আচৰিতেই হওঁ—কি গ্ৰহবিলাকত পৰি সিহঁত ডকাইতি হৈছিল ? সিহঁতৰ বিদ্যাও কম নহয়—কিবা বোলে ইঞ্জিনীয়াৰিং পাছ ।

ৰূপী—বিদ্যা থকাৰ কাৰণেই তো ইমান উন্নতি কৰিব পাৰিছে । সিহঁতে টেক্টৰ চলাই হালবোৱা দেখিলে চাই থাকিবৰ মন যায় । ভোক পিয়াহৰ কথা সমূলি মনত নপৰে । হেৰা মহেশ ! সেইখন আজিৰ কাগজ নে ?

[ হাতত কাগজ লৈ মহেশৰ প্ৰবেশ ]

মহেশ—হয়—আজিৰ কাগজ। পিচে আজি ভাল খবৰ এটি প্ৰকাশ পাইছে।

সনাতন—কি খবৰ বাপা!

মহেশ—সেইযে কেন্দ্ৰীয় চৰকাৰৰ প্ৰদৰ্শনীলৈ আমি ইয়াৰপৰা কেইবিধমান বস্তু পঠাইছিলোঁ।—তাৰ তিনিটা বিষয়তে ভাৰতৰ ভিতৰত প্ৰথম স্থান অধিকাৰ কৰিছে। প্ৰথম পৃষ্ঠাতে ডাঙৰ ডাঙৰ আখৰেৰে কাগজখনত লিখিছে পঢ়ক।

বলী—( কাগজ পঢ়ি )

অসমৰ খেতিয়কৰ কৃতিত্ব
তিনিটা বিষয়ত প্ৰথমস্থান অধিকাৰ

নতুন দিল্লী ৩০ ছেপ্টেম্বৰ—ভাৰত চৰকাৰ প্ৰদৰ্শনীলৈ অসমৰ খাঁৰতী গাঁৱৰ খেতিয়কসকলে পঠোৱা বস্তু কেইপদৰ ভিতৰত প্ৰথমস্থান অধিকাৰ কৰা বস্তু হৈছে—(১) এটি ডাঙৰ বন্ধাকবি (২) এখন কাঁহৰ শৰাই (৩) এযোৰা এৰিয়াৰ কাপোৰ প্ৰত্যেকটি পুৰস্কাৰৰ মূল্য এহেজাৰ টকা। অসম চৰকাৰৰ জৰীয়তে পুৰস্কাৰ বিতৰণ কৰা হব।

( পি-টি-আই )

বিয়ে! শুনিলে। আজিৰ সমান আনন্দ আৰু কেতিয়াবা পাবনে? মই যে এতিয়া ক'ত আছোঁ ম নিজেই

কৰ নোৱাৰোঁ। কোনে জানিছিল যীৰতী বিজার্ডি যে এখন আদর্শ গাঁৱত পৰিণত হব। আজি অসমৰ খেতিয়ক-সকলে হয়াৰ আদর্শ লবলৈ বাটচাই আছে। আমাৰ আদর্শ বিলাব পাৰিলেহে খেতিয়ক ৰাইজৰ উন্নতি হব।

সনাতন—বিৰৈ। মোকো এবাৰ কাগজখন পঢ়ি চাবলৈ দিয়কচোন মযো এবাৰ চকুযুৰাই উপভোগ কৰো।

( কাগজ লৈ বিতচকু পিন্ধি পঢ়িব ধৰে )

মহেশ—মহাজন। আপোনালোকে কি কয় কব নোৱাৰোঁ—মোৰ মতে আজি আমি দেশ বিদেশত সুনাম পাইছোঁ—একমাত্র বীৰেনৰ নেতৃত্বৰ কাৰণে। তেওঁ যে অকল খেতি-বাতিতেই মনোযোগ দিছে এনে নহয়—প্রত্যেক ডাঙৰ সৰু কথাতেই চোকা নজৰ ৰাখি কাম কৰাতহে ইমান আগবাঢ়িব পাৰিছোঁ। আজি অসমত কিয় গোটেই ভাৰতেো চৰকাৰক আশা নকৰাকৈ কোনো অনুষ্ঠানে ইমান উন্নতি কৰিব পৰা নাই। সমবায় হিচাবে কাম কৰি আমিয়েই জয়ী হব পাৰিছোঁ। বাস্তবিকে দেশৰ উন্নতি কৰিব খুজিলে সমবায় হিচাবেহে কাম কৰিব লাগিব। আজি আমি সেইমতে অগ্রসৰ হোৱাত যাতায়তৰ কাৰণে আলি পদূলি পানীৰ কাৰণে নাদ পুখুৰী, বেমাৰ আজাৰৰ কাৰণে ডাক্তৰখানা, আৰু লৰা-ছোৱালীৰ শিক্ষাৰ কাৰণে স্কুল আদি কোনো অভাৱ অভিযোগ নোহোৱাকৈ পাতিব পাৰিছো।

সনাতন—( কাগজ পঢ়িবলৈ এৰি ) এৰা বাপা। আমি ইয়াত গাইগুটীয়াকৈ থেতি কৰা হলে ইমান উন্নতি কৰিব নোৱাৰিলোহেঁতেন। আজি আমাৰ একতাৰ কাৰণেই গাঁৱতোৰ কি অপৰূপ সৌন্দৰ্য্য হৈছে। আমি ভগৱানক খাটো যাতে বাচাইঁতৰ মতি গতি সদাই একে হিচাবে থাকি উন্নতি কৰিব পাৰে।

বলী—মহেশ। আজিৰ এই খবৰটো বীৰেনহঁতে পাইছে নে নাই।

মহেশ—সিহঁতে আগধৰিয়েই পাইছে। এই খবৰটি মতি আৰু গোলাপীয়ে পোৱাত সিহঁতৰ আনন্দৰ সীমা নোহোৱা হৈছে।

বলী--এৰা সিহঁতক মিলন কৰি দিয়াৰ পৰা বৰ স্ফূর্ত্তি দেখা গৈছে। মতিৰ বয়স কিছু ভাটী দিয়াত মোৰ ভয়ে হৈছিল—কিজানি গোলাপীয়ে তাক এৰিয়ে দিয়ে।

সনাতন—সিহঁতৰ মিল হৈছে যেতিয়া সুখতেই থকা যেন অনুমান হয়। বিয়ে। নৌ ডেকা গাভৰুহঁত জাব পাতি আহিব ধৰিছে—কিবা আকৌ নতুন খবৰ পালে নে কি ?

বলী—( ডেকা গাভৰুহঁতৰ প্ৰবেশ ) আহা আহা বাপাহঁত! আহা আইহঁত! বৰ আনন্দ কৰি আহিছা দেখো ? কিবা আৰু নতুন খবৰ পালা ? যদি পাইছা ধীৰে সুস্থিৰে বহি কোৱাচোন। ( সকলো বহে )

সাবন্নী—( মুৰৰ ওৰণি টানি লৈ ) পিতা! আমাৰ আনন্দৰ বতৰা জনাবলৈহে আপোনালোকৰ কাষ চাপি আহিছোঁ। কাগজত সকলো খবৰ পঢ়িছেই তাৰোপৰিও আৰু এটি খবৰ আমাৰ চৰকাৰে জনাইছে। আমাৰ আন্দোলন চৰকাৰে মানি লৈছে। এইখন চৰকাৰৰ পৰা অহা চিঠি। কি লিখিছে পঢ়ি চাওক।

বলী—( চিঠি খুলি ) এহ চিঠিখন ইংৰাজীতেই লিখিছে। বাপা বীৰেন! চিঠিখন আমাক অসমীয়াতে শুনোৱা।

বীৰেন—আমি স্বাধীনতা পাবৰ বহুদিনেই হৈ গ'ল—তথাপিও অসমৰ ৰাষ্ট্ৰ ভাষা অসমীয়া বুলি মানি লবলৈ টান পাইছে। তাৰ ফল স্বৰূপে ইংৰাজী ভাষাতেই দেশৰ সকলো কাম চলাব লগা হৈছে। চৰকাৰে আমাৰ ভাষাটো কিয় মানি লবলৈ টান পাইছে একো বুজিব পৰা নাই। তেওঁলোক জানো অসমীয়া নহয় আমাৰ গণভোটৰ দ্বাৰাই তেওঁলোক জয়ী হৈ চৰকাৰ গঠন কৰা নাই জানো? তেওঁলোকৰ ভুল আমিয়েই দেখুৱাব লাগিব।

আলি চাহেব—এৰা—আমাৰ অসমীয়াৰ কাৰণে এইটো বৰ বেয়া কথা হৈ আছে। এতিয়া চিঠিৰ সাৰমৰ্ম কথা খিনি অনুবাদ কৰি কৈ তেওঁলোকক আনন্দ দিয়া।

বীৰেন—অসম চৰকাৰে চিঠিত জনাইছে যে আমি খীৰতীত তলে তলে ইমান উন্নতি কৰা কথা গমেই পোৱা নাছিল। তেওঁ-

লোকে আমাক ইমান দিনে আন্দোলন কৰি কিবা এটি দল বুলিছে ভাবি আছিল। আমি শ্বাতে কাহমই সকলো বিষয়তে চৰকাৰক দেখুৱাব পৰাত তাৰ বাবে শলাগৰ শৰাই আগবঢ়াইছে। অহা গণৰাজ্য দিৱসৰ পৰাই যি জাতীয় পতাকাৰ তলত দেশ স্বাধীনতাৰ কাৰণে সঙ্কল্প কৰি হাজাৰ হাজাৰ শ্বহীদে জীৱন আহুতি দিছিল সেই পৱিত্ৰ দিনৰ পৰাই ত্ৰিৰঙ্গ পতাকাৰ তলতে চৰকাৰে পৰীক্ষা মূলক হিচাবে কেন্দ্ৰীয়ৰ নিৰ্দ্দেশ মতে জমিদাৰী উচ্ছেদ কৰি প্ৰকৃত খেতিয়কৰ হাতত দেশৰ মাটি অৰ্পণ কৰিবলৈ ওলাইছে। আৰু লিখিছে যে সেই দিনাই আমাৰ বিজাৰ্ভ পৰিদৰ্শন কৰি কেন্দ্ৰীয় চৰকাৰ পঠোৱা পুৰস্কাৰ আৰু বেজ আমাক বিতৰণ কৰি দিব। আজি আমাৰ মনপ্ৰাণ নাচি উঠিছে—ইমান দিনৰ আমাৰ আন্দোলন ফলৱতী হোৱাত।

মতি মহৰী—বীৰেন! মই আনন্দত থাকিব নোৱাৰি এফাঁকি বিহু মাৰিবৰ মন গৈছে। এফাঁকি গাওঁ বেজাৰ নেপাবা—

> "অতি চেনেহৰে মুগাৰে মহুৰা
> অতি চেনেহৰে মাকো
> তাতোকই চেনেহৰ বহাগৰ বিহুটি
> নেপাতি কেনেকৈ থাকোঁ।"

( নাচিবলৈ ধৰে গোলাপীয়েও নাচি একাকি সুৰ লগাই গায় )

গোলাপী— "চিৰিপ চিৰিপ কৰি   কাপোৰ ধুই আছিলোঁ।

চিৰি লুইতলৈ চাই

চিৰি লুইতত   কিৰিলি মাৰিলে

চেনাই নাৱে মেলি যায়।

নৈৰে সিপাৰে   নাৰায়ণ শিমলু

থিয়হৈ নেদেখোঁ পৰা

তোৰে মোৰে   তিন পৰ দেদেখোঁ।

সিদিনা বিছুৰে পৰা।"

( আটাই বিলাকে হাঁহিবলৈ ধৰে )

আলি চাহেব—হৈছে হৈছে—তইঁতে দেখো বিহু পাতিলিয়েই। এইটো তো বহাগৰ মাহ নহয়। আনন্দ কৰিব এৰ। আনন্দ কৰিবৰ বহুদিন আছে। পিচে আমাৰ নতুন গাঁৱলৈ মন্ত্রীসকল, উচ্চ বিষয়াসকল আহি মিটিং কৰিব যেতিয়া তাৰ বিষয় আলোচনা কৰাই ভাল যেন দেখো যাতে সময়ত লাজত পৰিব লগা নহয়। মহাজনে কি কয়।

বলী—এৰা—মিটিংখন বিৰাট হবই যেন ভাবিছোঁ।

সনাতন—নহবৰ কোনো কাৰণ নাই। আমাৰ এইখন মিটিঙলৈ অসমৰ সকলো ঠাইৰ পৰা মানুহ আহিব। দূৰৰ মানুহৰ কাৰণে থকা-মেলা খোৱা লোৱাৰ সকলো দিহা কৰি ৰাখিবা।

আলিচাহেৱ—আমাৰ সমাজৰ মাজত আপোনালোক দুজনেই বয়োবৃদ্ধ। মাজে সময়ে আমাক উপদেশ দি থাকিব।

সনাতন—তোমালোক ইমানবিলাক ডেকা থাকোতেই আমি উপদেশ দিব লগা হলো নে ?

আলিচাহেৱ—কিবা কয় নহয় "বুঢ়াৰ কথা নুশুনা ডেকা, বাটত পৰি কিয় কেকা"

সনাতন—অৱশ্যে সঁচা। মানামানিত চলিলেহে সকলো কাম সিদ্ধ হয়। তোমালোকে এক কাজ কৰা, যাতে মিটিংখন সুচাৰুৰূপে পৰিচালনা হয় তাৰ বাবে এখন কাৰ্য্যকৰী সমিতি গঠন কৰি কেইজন মানক ভাৰ দিয়াৰ বিশেষ দৰ্কাৰ। কি কয় বিয়ৈ ?

বলী—এৰা—তেনে কৰিলেহে প্ৰত্যেকৰে গাত চেতনা আহে।

আলি চাহেৱ—বীৰেন! আজি গধূলিতেই সকলো ৰাইজ ইয়াতে বহি আলোচনা কৰিব লাগিব। আলোচনা কৰোতে যদি অলপ ৰাতিও হয় কোনো কথা নাই—কালিলৈ পূৰ্ণিমাৰ হালখতি আছে।

বীৰেন—ভালেই হৈছে। এতিয়া যাওঁ বলক। ভাত আজ্ঞা হৈছে; ৰান্ধনিয়ে বেজাৰ কৰিব।

আলিচাহেৱ—এৰা—। তেনেহলে ৰাইজ উঠক।

(দিয়ৈহে যাব ধৰে)

## পঞ্চম দৃশ্য

( শীৰ্ষতীত বিৰাট ৰাজহুৱা সভা )

[ সভা মণ্ডপৰ কাষত এখন জাতীয় পতাকা উত্তোলন কৰিবলৈ
চৰকাৰী বেচৰকাৰী সকলো ৰাইজ থিয়হৈ থাকে, কৰযোৰে
"বন্দেমাতৰম" গীতটি গায়। গীত শেষ হোৱাৰ
লগে লগে মুখ্য মন্ত্ৰীয়ে পতাকা উত্তোলন কৰে।
ৰাইজে জাতীয় পতাকাত অভিবাদন
জনাই জয়ধ্বনি কৰি সভা মণ্ডপৰ
ফালে আহি নিজৰ নিজৰ
আসনত বহে। ]

আলি চাহেব—( থিয় হৈ ) মই উত্থাপন কৰোঁ আজিৰ সভাত মাননীয় মুখ্য মন্ত্ৰীদেৱে সভাপতিত্ব কৰি ৰাইজক আহ্লাদ দিয়ে যেন। ( হাত-তালি দিয়ে )

ভদ্ৰ—( থিয় হৈ ) উক্ত প্ৰস্তাৱটি মই সাদৰে সমৰ্থন কৰিলোঁ। ( হাত-তালি )

মুখ্যমন্ত্ৰী—( থিয় হৈ ) আপোনালোকে মোৰ প্ৰতি যি সন্মান আগবঢ়াইছে তাৰ প্ৰতি মই শলাগৰ শৰাই আগবঢ়াই কৃতজ্ঞতা জনাইছোঁ। ৰাইজৰ আদেশক্ৰমে আজিৰ সভাৰ কাৰ্য্য চলাবলৈ মই আগবাঢ়িলোঁ।

( হাত-তালি দিয়ে, এজনী ছোৱালীয়ে গীত গাই মাল্য দান কৰে )

গীত

দেশৰ মাটিৰ ফুল
আনিছো বুটলি
লোৱাহে মালা ধাৰি,
পূবেকণোদয়ৰ
নতুন পোহৰ
হল আজি সাম্য শান্তি ।
(গীত শেষ হোৱাত হাততালি দিয়ে)

সভাপতি—( থিয় হৈ ) কাৰ্য্য বিবৰণী চাই ) এতিয়া সভাৰ কাৰ্য্য আৰম্ভ কৰা হ'ল । ন্যায়-প্ৰচাৰিণী সঙ্ঘৰ সভাপতিৰ শলাগৰ শৰাই আৰু কাৰ্য্য বিবৰণী পাঠ ।

বীৰেন—( থিয় হৈ ) ৰাইজসকল । জয় জয়তে আজি আমি দেশৰ কৰ্ণধাৰসকলক আমাৰ মাজত পাই সঙ্ঘৰ তৰফৰপৰাই শলাগৰ শৰাই আগবঢোৱা হ'ল । আমি আশা কৰোঁ। তেওঁলোকে সদায় দুখীয়া ৰাইজৰ হিত কাম কৰি দেশ প্ৰগতিৰ পথত আগবঢাই নিব। (এখন লিখিত কাগজ উলিয়াই পাঠ কৰিবলৈ ধৰে) আমাৰ এই "ন্যায় প্ৰচাৰিণী সঙ্ঘ" ১৯২১ চনতে দেশকৰ্ম্মী আলি চাহেবৰ নেতৃত্বত স্থাপন কৰা হয়। এই সঙ্ঘৰ মুখ্য উদ্দেশ্য (১) গাওঁলীয়া ৰাইজ ঐক্য-ভাৱে মিলি জুলি থাকি কাম কৰা। (২) আমাৰ

সমাজৰ, চৰকাৰৰ কুসংস্কাৰবোৰ দেখুৱাই সংস্কাৰ কৰাই উদ্দেশ্য। আমাৰ সঙ্ঘৰ নিয়মাৱলী পঢ়িলেই সকলো বুজি পাব। আমাৰ সঙ্ঘই চৰকাৰৰ লগত দুটা কথাৰ কাৰণে আমি ইমান দিনে আন্দোলন কৰি আছিলোঁ। প্ৰথমটি হৈছে—আমাৰ এই অঞ্চল বাই-জৰ ব্ৰহ্মপুত্ৰ গৰাখহনীয়াই মাটি খহাই নিয়াত মাটিৰ বাবে এখন বিজাৰ্ভ খুলি দিয়া। অৱশেষ পোন্ধৰ বছৰ আগতেই চৰকাৰৰ সৌজন্যত এই খাৰঁতী বিজাৰ্ভ পাই আজি আমি ইয়াত মিটিং কৰিব পাৰি নিজেই ধন্য হৈছোঁ। দ্বিতীয় আন্দোলটি চৰকাৰে পলম হলেও স্বাজি মান লৈছে। আজিৰ এই পৱিত্ৰ দিনৰ পৰাই আমাৰ দেশৰ সকলো জমিদাৰী উচ্ছেদ কৰি প্ৰকৃত খেতিয়কক মাটি দিবলৈ ওলাইছে। আমি আশা কৰোঁ যাতে মাটি বিতৰণ কৰাত কোনো খেলি-মেলি নহৈ সুশৃঙ্খল ভাৱে সমাধা হয় তাৰ বাবে চৰকাৰী বিষয়া সকলে কঠোৰ শ্ৰম কৰিব লাগিব। জমিদাৰী উচ্ছেদ আন্দোলন চৰকাৰৰ লগত কৰাত বহুতেই আমাক প্ৰশ্ন কৰিছিল যে চৰকাৰে কেতিয়াও সেই আন্দোলন মানি নলয়। তেতিয়া আমি সমিধান দিছিলোঁ যে জাতিৰ পিতাই অহিংসা নীতিৰেই স্বাধীনতাৰ কাৰণে আন্দোলন কৰিছিল। তেতিয়া কোনোবাই ভাবিছিল নে ইংৰাজে আমাৰ দেশৰ স্বাধীনতা দিব বুলি? আমি জমিদাৰ

সকলৰ লগত আন্দোলন নকৰাৰ কাৰণ—এজন জমি-দাৰৰ লগত সংগ্ৰাম কৰি কোনো লাভ নাই। চৰ-কাৰৰ সম্পত্তি চৰকাৰেহে ইয়াৰ মীমাংসা কৰি দিব পাৰে। আমাৰ যে জয় হব—আমি উপলব্ধি আগেয়ে কৰিব পাৰিছিলোঁ। কাৰণ যি সকলক আমি ভোট দি মন্ত্ৰী, এম, এল, এ কৰি পঠাইছো তেওঁলোকো আমাৰ দৰে দুখীয়া খেতিয়কৰহে লৰা। আজি আমাৰ জয় হোৱাত ভগৱানৰ চৰণত প্ৰণিপাত জনাইছোঁ। এতিয়া খীৰভী বিজাৰ্ভৰ বিষয় চমু আলোচনা কৰি সামৰণি মাৰিম। আমাৰ সজ্যই বিজাৰ্ভ ভাঙি খেতি কৰাৰ উদ্দেশ্য হৈছে—আমি চৰকাৰক এইটোকে প্ৰমাণ কৰি দেখুৱাব খুজিছো যে প্ৰকৃত খেতিয়কৰ হাতত মাটি থাকিলে দেশৰ উৎপাদন বঢ়াই উন্নতি কৰিব পাৰিনে নোৱাৰি।

বৰ্ত্তমানে আমি ইয়াত প্ৰায় এশৰৰ মানুহে ৩০০০ বিঘা মাটি ভাঙি উলিয়াই খেতি কৰিছোঁ। এই খিনি মাটিতেই সময়োপযোগী আটাই কেইবিধ খেতি কৰি উলিয়াব পাৰিছোঁ। তাৰোপৰি কমলা, লেবু মাটি-কঠাল, আম, পনিয়ল, পাণ তামোল, আক বিধে বিধে নানাপ্ৰকাৰৰ ফলৰ বাগিচা কৰি তাৰ উৎপাদনৰ পৰাই অনেক যোজগাৰ কৰি উলিয়াই লব পাৰিছোঁ।

বিজাৰ্ভ ভঙাৰ সময়ত আমি বহু বিপদৰ সন্মুখীন হব লগা হৈছিল। অৰ্থৰ অনাটনত পৰি কাম কেতিয়াবা

বৃহৎপৰিসৰে চলিব লগাত পৰিছিল। সুখৰ বিষয় আমাৰ মাজলৈ শ্ৰীবলীৰাম মহাজন আহি অৰ্থ সমস্যা দূৰ কৰি দিয়াত পুনৰ উদ্যমে আকৌ কামত অগ্ৰসৰ হওঁ। সেইবাবে আমি তেওঁৰ ওচৰত চিৰ ঋণী। সঁচাকৈয়ে আজি আপোনালোকে আমাৰ বিজাৰ্ভ কৰা সকলো খেতি আৰু গাওঁখন পৰিদৰ্শন কৰি যি অৱস্থাত দেখিছে সিয়ে আমাৰ পোন্ধৰ বছৰৰ কঠোৰ পৰিশ্ৰমৰ ফলস্বৰূপ। ইয়াত যে আমিয়েই খেতি কৰিছোঁ এনে নহয় পৰ্ব্বতীয়া ভাই সকলকো ইয়ালৈ আনি সুশিক্ষা দি খেতিত লগাইছো। আপোনালোকে শুনি আচৰিত হব যে ইয়াত কাম কৰা অধিকাংশ লোকেই সমাজৰ অদৰ্কাৰী মানুহ। সিইত আগেয়ে চোৰ, ডকাইত, নিবনুৱাহৈ ঘূৰি ফুৰি ভিক্ষা বৃত্তি কৰি খোৱা লোক আছিল। আৰু যিবিলাক তিকটা দেখিছে তেওঁলোকৰো কেই-জনীমান আমাৰ সমাজৰ বিৰ্জ্জিতা আছিল। আমাৰ সকলোই তেওঁলোকক সাথটি লৈ কাম কৰি আগবাঢ়ি যোৱাত আজি কেন্দ্ৰীয় চৰকাৰপৰা পুৰস্কাৰ লাভ কৰিব পাৰি ধন্য মানিছোঁ। এতিয়া আমি টেক্টৰ হালবোৱা যন্ত্ৰ আদি আনি লৈ বৈজ্ঞানিক প্ৰণালীৰে খেতি কৰিব ধৰিছো। আশাকৰো কেইবছৰ মানৰ ভিতৰতে দেশৰ মাটিত খেতি কৰি আকৌ নতুনত্ব দেখুৱাব পাৰো। জয়হিন্দ. ( হাত তালি দিয়ে )

সভাপতি—( থিয় হৈ ) এতিয়া নির্দ্দিষ্ট বক্তা' অসমৰ বিখ্যাত জমিদাৰ শ্ৰীবাঘৰ বৰুৱাই দুআষাৰ কৈ সমাজক আনন্দ দিব।

বাঘৰ—( থিয় হৈ ) মাননীয় সভাপতি মহোদয় আৰু ৰাইজ সকল! আজি মষো ইয়াত দু আষাৰ কবলৈ অনুমতি পাই নিজেই ধন্য মানিছোঁ। আজি ২৬ জানুৱাৰী স্বাধীনতা ঘোষণাৰ দিন। ঠিক এই দিনতেই আজিৰ পৰা চৰকাৰে জমিদাৰী উচ্ছেদ কৰাত আমাৰ জমিদাৰ সকলৰ গাৰ পৰা এটি গধুৰ বোজা পাতলি পৰিল। ইমান দিনে দেশ অন্ধতে চলি আছিল। আজিহে পোহৰ দেখা পাই ধনী দুখীৰ সমভাবে মুখত হাঁহিৰ ৰেখা বিৰিঙি উঠিছে। আজিৰ সভ্য জগতত এজনক' নিয়ন্তৰত ৰাখি আনজনে আধিপত্য বিস্তাৰ কৰা সমীচীন নহয়। আজি বহুদিনীয়া প্ৰাচীৰ চুৰমাৰ হৈ ভাঙি যোৱাত বৰ আনন্দ পাইছো। সামৰণিত জনাওঁ যে "ন্যায় প্ৰচাৰিণী সভাৰ" এইটো শান্তি আন্দোলন হৈছে। আশাকৰো তেওঁলোকে সদায় ন্যায় বিচাৰ কৰি আদৰ্শ দেখুৱাই থাকিব পাৰিব। ( হাত তালি দিয়ে )

সভাপতি—( থিয় হৈ ) এতিয়া কেন্দ্ৰীয় চৰকাৰৰ পুৰস্কাৰ আমাৰ কৃষিমন্ত্ৰীয়ে বিতৰণ কৰি আনন্দ দিব।

কৃষি মন্ত্ৰী—( থিয়হৈ ) আজি কেন্দ্ৰীয় চৰকাৰৰ পুৰস্কাৰ খীৰতীৰ খেতিয়ক সকলক বিতৰণ কৰিবলৈ দিব পাই চৰকাৰৰ হৈ

আমি ওলগ জনাইছো। আপোনালোকৰ একাগ্ৰতা আৰু কঠোৰ পৰিশ্ৰমতে আজি অসম চৰকাৰে বাহিৰত সুনাম অৰ্জ্জন কৰিব পাৰিছে। আপোনালোকৰ আদৰ্শ অসম কিয় গোটেই ভাৰতৰ খেতিয়কে যদি লব পাৰে তেতিয়া হলে কেতিয়াও অভাৱ অভিযোগ হব নোৱাৰিব। এতিয়া আপোনালোকৰ মাজৰ পৰাই কৈ দিয়ক কাৰ হাতত চৰকাৰৰ পুৰস্কাৰ দিলে সুখী হয়।

বীৰেন—আমাৰ সঙ্ঘৰ প্ৰতিষ্ঠাতা মোহম্মদ আলি চাহাবেই গ্ৰহণ কৰিলে কাৰো আপত্তি থাকিব নোৱাৰে। প্ৰকৃততে তেওঁ আজীৱন কাল দেশৰ কামত কটাই আমাৰ আন্দোলন ফলৱতী কৰিব পৰাত আমি তেওঁৰ ওচৰত চিৰ ধৰুৱা।

কৃষিমন্ত্ৰী—আহক আহক আলি চাহেব? মোক চিনি পাইছেনে—সেই অসহযোগ আন্দোলনত আমি একেলগেই যোৰহাট জেলত নাছিলোঁ নে?

আলি চাহেব—এৰা মোৰ সকলো মনত আছে। বহু বছৰৰ পাচত আজি সাক্ষাত হবলৈ পাই বৰ ভাল লাগিছে।

কৃষিমন্ত্ৰী—মইয়ো আপোনাক চৰকাৰে পঠোৱা বেজটি পিন্ধাবলৈ পাই নিজেই গৌৰৱ অনুভৱ কৰিছোঁ। (বেজ পিন্ধাই আৰু শৰাইত চেকএখন দিয়ে) আৰু চেকখন ট্ৰেজাৰীত ভঙাই লব। বীৰেন সাবধা! বাকীথকা

বেজ দুটা তোমালোকৰ নাম ধৰি চৰকাৰে বিশেষ হিচাবে পঠাই দিছে—এতিয়া সেই সন্মান গ্ৰহণ কৰা।

আলিচাহেব—আহা বীৰেন—আহাঁ সাৱদী! তোমালোকৰ কঠোৰ পৰিশ্ৰমৰ ফল গ্ৰহণ কৰা। এইটো জানিবা হেজাৰ টকাতকৈ সন্মানেহে জগতত ডাঙৰ বস্তু।

কৃষিমন্ত্ৰী—( দুয়োকো বেজ পিন্ধাই দি ) বীৰেন! সাৱদী কাৰ ছোৱালী—কোনে বিয়া কৰাইছে?

বীৰেন—ভাঙৰীয়া! সাৱদী বলী মহাজনৰ কন্যা। তেওঁক মরে বিয়া কৰাইছো।

কৃষিমন্ত্ৰী—তুমি? মধুৰ মিলন। তোমালোকৰ জীৱন মধুময় হওক।

আলি চাহেব—উঃ আল্লা। ইমান দিনৰ পৰিশ্ৰম সফল হোৱাত খোদাক প্ৰাৰ্থনা জনাওঁ যাতে আমি হিন্দু মুছলমান ভ্ৰাতৃ ভাবেৰে দেশৰ সকলো সমস্যা মূৰ পাতি বহন কৰি যাব পাৰো আৰু কেতিয়াও বিদেশীৰ প্ৰৰোচনাত ভোল নগৈ পুনৰ অখণ্ড ভাৰত গঢ়িব পাৰো এয়ে মোৰ কামনা।

সভাপতি—( থিয় হৈ ) সমাজৰ ফালৰ পৰাই যদি কোনোবাই দুআষাৰ কবলৈ ইচ্ছা কৰে কব পাৰে। ( অলপ ৰৈ ) তেনেহলে এতিয়া সভাপতিৰ ভাষণ আৰম্ভ কৰাই যাওক। আজি আপোনালোকক বক্তৃতা দি শুনাই সন্তোষ কৰাই টান। যিহেতু আমি বুঢ়া হৈ আহিলো

যেতিয়া আগৰ দৰে বক্তৃতা দিব পৰা শক্তি আমাৰ গাত নাইকিয়া হৈ আহিছে। কিন্তু এতিয়াও ভাব হয় দেশৰ সকলো সমস্যা দূৰ কৰিবৰ নিমিত্তে গাত ডেকা বল হয়। আজি আপোনালোকে আমাক যি সন্মান দেখুৱাইছে আমি কোনো দিনেই পাহৰিব নোৱাৰোঁ। আজি আপোনালোকৰ খাৰতীৰ খেতি বাতি পৰিদৰ্শন কৰি ইন্দ্ৰৰ অমৰাপুৰীত ময়ো যেন আপোনালোকৰ লগত এই বুঢ়া বয়সত হাল কোৰহে মাৰিম। আপোনালোকে বৈজ্ঞানিক প্ৰণালীত খেতি বাতি কৰিব পৰাত বৰ সুখ পাইছোঁ। আপোনা-লোই দেশৰ অভাৱ অভিযোগবোৰ দূৰ কৰিব পাৰিব বুলি বিশ্বাস হয়। বহুবছৰ ধৰি অৱশ্য হৈ পৰি থকা খাৰঁতী ৰিজাৰ্ভৰ নাম সাৰ্থক হৈছে খাৰঁতী গাবে যি প্ৰকাৰ গাখীৰ দি দেশ সুশ্ৰী কৰে ঠিক সেই দৰে ইয়াৰ পৰাও সকলো শস্য উৎপাদন কৰি দেশক জীয়াই ৰাখিব পাৰবা। আজি আমি বুজিব পাৰিছোঁ প্ৰকৃত খেতিয়কৰ হাতত মাটি থাকিলে দেশৰ ক্ৰমোন্নতি অনিবাৰ্য্য। সেই ভুল আপোনালোকেই চৰকাৰক খাৰ-তীত ৰিজাৰ্ভ ভাঙি খেতি কৰি প্ৰমাণ দেখুৱাই দিছে। তাৰ প্ৰতি আমি আপোনালোকক ওলগ জনাইছোঁ। আজিৰ এই পৱিত্ৰ দিনৰ পৰাই চৰকাৰে জমিদাৰী প্ৰথা উচ্ছেদ কৰিবলৈ কাৰ্য্যকৰী কৰিছে। এই কুপ্ৰথা

উঠি যাব লগা। তোমাত আমিও বং পাইছো। শাসনৰ মেৰপাকত পৰিছে ইমান দিনে ইয়াক কাৰ্য্যত পৰিণত কৰিব পৰা নাছিলো। ইমান দিনে আপোনা-লোকে আমাক প্ৰশ্ন কৰি আছিল—দেশৰ মাটি কাৰ? আজি আমি হাঁহি মুখেই কব পৰা হৈছো 'দেশৰ মাটি" কৃষকৰ। আক শুনক চৰকাৰে যে অকল জমিদাৰিয়ে উচ্ছেদ কৰিছে এনে নহয় দেশৰ সকলো কল কাৰখানাও ৰাষ্ট্ৰীয়কৰণ কৰিছে। ইয়াৰ পৰা মজদুৰসকলৰ উন্নতি। আজি আমি গৌৰব অনুভৱ কৰিব পাৰিছো যে ভাৰতৰ ভিতৰত আগধৰি জমি-দাৰী উচ্ছেদ কৰি প্ৰকৃত খেতিয়কৰ হাতত মাটি অৰ্পণ কৰিব পাৰি। এতিয়া আমাৰ যি সমস্যা আগত পৰিছে, সুকলমে সমধা কৰিব পাৰিলেই কৃষকৰ জয় অনিবাৰ্য্য। (হাত তালি দিয়ে)

দণ্ডেশ্বৰ—(জয়ধ্বনি দি) জয় কৃষকৰ জয়—(তিনিবাৰ)

ৰাইজ—জয় কৃষকৰ জয় (তিনিবাৰ)

দণ্ডেশ্বৰ—আজি দেশৰ মাটি কাৰ?

ৰাইজ—কৃষকৰ—কৃষকৰ।

সভাপতি—(থিয় হৈ) এতিয়া সাৰ্ম্বজনি গীত।

(কেইজন মান ডেকা গাভৰুৱে থিয়হৈ গীত গাবলৈ ধৰে)

—গীত—

আমিয়েই—পাট্টিম

নতুন অসম

ধন্য অসমী তোমাৰ মাটি ।

তোমাৰ বুকুতে

মনৰ সুখতে

চহাব পাবো দেশৰ মাটি ॥

সুখময় হওক—বিশ্ব

নেথাকক একো অশান্তি ।

ৰাম ৰাজ্য হৈ প্ৰতিষ্ঠা

বাঢক দেশৰ প্ৰগতি ॥

সভাপাত—(থিয় হৈ) ৰাইজ সকল ! আজিৰ কাৰণে সভা স্থগিত ৰখা হল । (ৰাইজ থিয় হৈ বন্দেমাতৰ জয়-ধ্বনিৰে সভা ভঙ্গ কৰি যাবলৈ ধৰে) ।

আঁৰ কাপোৰ

———